**CHHAY NAMBAR PRASNAR UTTAR** : A Book of Assamese Short Stories Written by Sayed Abdul Malik, Jorhat and Published by Sree Narendra Nath Das, on behalf of M/s. Mitra Agency & Co., Tinsukia.

*Second edition* : *1983*, **Price Rupees Ten only.**

---

॥ প্ৰকাশক ॥

শ্ৰীনৰেন্দ্ৰ নাথ দাস

মিত্ৰ এজেঞ্চি এণ্ড কোং

তিনিচুকীয়া : অসম



॥ বেটুপাত ॥

পূৰ্ণেন্দু পত্ৰী

কলিকতা



দ্বিতীয় প্ৰকাশ : চেপ্টেম্বৰ

১৯৮৩ চন



॥ ছপাওঁতা ॥

শ্ৰীৰণজিৎকুমাৰ দালুই

ভাৰৰ প্ৰিণ্টাৰ্চ

৮৩বি, বিবেকানন্দ ৰোড

কলিকতা-৬

॥ মূল্য : দহ টকা ॥

নিৰ্ভীক সাহিত্যিক

সোদৰোপম হোমেন বৰগোহাঞিৰ

হাতত—

যাৰ লিখনিত জীৱনৰ সমস্যা আৰু সাহিত্যৰ

সমস্যা অভিন্ন হৈ উঠাৰ প্ৰতিশ্ৰুতি আছে।

—মালিক।

জন্মান্ধ। বোধকৰোঁ জন্মান্তৰৰ পাপৰ প্ৰায়শ্চিত্ত তাৰ। নহ'লে তাৰ এই দৃষ্টিহীনতাৰ অৰ্থ কি? জীৱনৰ সকলোখিনি মাধুৰিমা, সৌন্দৰ্য্যৰ সকলো গৰিমা, তাৰ এই অন্ধতাৰ সম্মুখত নত হৈ যায়। আন্ধাৰ! তাৰ জীৱনৰ চউদিশ জুৰি আন্ধাৰবোৰে তাক আগুৰি ধৰে। কেতিয়াবা—আন্ধাৰ ডাৱৰৰ সিপাৰে থকা পোহৰৰ সন্ধানত তাৰ পঙ্গু হাত দুখন মেলে, চপৰা-চপৰে আন্ধাৰবোৰ খহি পৰে। তিমিৰ পথৰ যাত্ৰী!.....'হয়তো কদাকাৰ অপস্থ মই, নহ'লেনো পোহৰবোৰ মোৰ ভয়ত আঁতৰি পলাব কিয়?'—সি ভাবে।

তাৰ জীৱনৰ সঠিক বাস্তৱতাটো আজিও উপলব্ধি কৰিব নোৱাৰিলে সি। সংসাৰত তাৰ আৱশ্যক কি সি বিচাৰি নাপায়। কেতিয়াবা সি ভাবে সৃষ্টিৰ কি গুপ্ত উদ্দেশ্য সিদ্ধিৰ কাৰণে আছে তাৰ দৰে নগ্ন আৱৰ্জ্জনাবোৰ! একো বুজিব নোৱাৰে। অভিশাপ—অন্ধতা তাৰ জন্মগত সম্পত্তি! কিন্তু ঈশ্বৰ জানো তাতেই সন্তুষ্ট! তাৰ উপৰি তাৰ শিৰত জাপি দিছে দৈন্যতাৰ বলে নোৱাৰা বোজাটো! তাৰ নিঃস্বতাৰ কাৰণে জানো দোষী সি নিজে? পাথিৱ একো নাই—তথাপি সিও মানুহ। এৰা, মানুহেই। মানুহৰ তেজ-মঙহ দি গঢ়া তাৰ মানুহটোত আছে মানৱিক আশা আৰু বাসনাৰ লুপ্ত আগ্নেয়গিৰি। এটা ফুটাই ক'ব নোৱাৰা অনুশোচনাৰ আপ্ৰাণ অনুযোগ।

সদায় দেখোঁ তাক। চহৰৰ মাজৰ বৰ গছজোপাৰ তলৰ পুলটোৱেই তাৰ স্বাধীন সিংহাসন। অনৱৰত সি গায় তাৰ অন্তৰ্দাহী বুভুক্ষাটোৰ আকুল বিননি, এটা মূৰ্ত্তিমান হমুনিয়াহৰ বিননিৰ গীত! গীত! সি জানো গীত? ছন্দ নাই, অৰ্থ নাই—'দেউতা, কণা বুঢ়াক এটি পইচা দিয়ক'—সিও গীত!! এৰা, গীতেই সি। সি

যে তাৰ অন্তৰৰ, অপ্ৰকাশিত জীৱনৰ গান। তাৰ আছে জীৱনৰ হাবিয়াহ—জীয়াই থকাৰ এটা দুৰ্দ্দম আকাঙ্ক্ষা। তাৰ অনুকেশিতে সি কৰে ভিক্ষা। জীয়াই থাকিবলৈ, মানে অৰ্থ নোহোৱা তাৰ জীৱনটোৰ উপলব্ধি অৰ্থ কৰিবলৈ। সিও যে ভাল পায় তাৰ জীৱনৰ মুখাই নোপোৱা মুহূৰ্ত্তবোৰক। কিন্তু ৰতাহৰ বাহিৰে কোনেনো শুনে তাৰ এই আবেদন? ব্যস্ত চহৰৰ কোলাহলৰ বুকুত তাৰ কণ্ঠস্বৰ লীন হৈ যায়। তাৰ অন্তৰৰ রুদ্ধ অনল নিৰ্ব্বাপিত হয় নিৰাশাত। তাৰ মেলা হাতত কোনোবাই যদি এটা পইচা দলিয়াই যায়, কি যে আত্মপ্ৰসাদ তাৰ।

(২)

চাকৰিজীৱীৰ আকাঙ্ক্ষিত ৰবিবাৰৰ কাম নোহোৱা সময়খিনি দীঘলেই লাগিছে। লহিওৱা বেলিৰ উষ্ণ পৰশটো বেছ সোৱাদ লাগে। পৰ্টিক'তে বহোঁ। অকলশৰীয়া জীৱনৰ সঙ্গী উপন্যাস এখনকে বিচাৰি লওঁ। আইনজীৱীৰ নিৰাশ ধাৰা-উপধাৰাকে মস্তিষ্কগত কৰাতকৈ যেন বেছি সুখ পাওঁ এই উপন্যাসবোৰত। হাতত পৰিল নুট হামচুনৰ হিয়াৰ তেজ দি লিখা সেই 'Hunger' খন! মোকেই যেন তাত বিচাৰি পাওঁ। বুভুক্ষিত সেই মানুহটোৰ ওপত হমুনিয়াহটো যেন মোৰ মুখে-নাকে লাগে। মনত পৰে নুটে পোৱা নোবেল প্ৰাইজৰ টকাবোৰ! Hunger-ৰ বুকুত থকা সেই ক্ষুধিত নুটটোৰ অত টকাৰ আৱশ্যক কি ভাবিছোঁ……Hunger আৰু Nobel Prize!

…ভাল নেলাগে। সম্মুখলৈ চাওঁ—ধাননিখন বেছ ভাল দেখি! চকুযোৰ হেৰাই যাব খোজে সেই ৰতাহে কোবোৱা শ্যামলিমাৰ কোনোবা কোণত সউ অসীম চক্ৰৱালৰ ৰেখাডাল। "ইউচুক"—মূৰ তুলি চালোঁ; সহকৰ্মী উকীল আজহাৰ। মুখত মিচিকি হাঁহি। "আহা ভাই"—ইজি-চেয়াৰখন আগবঢ়াই দিওঁ। বহাৰ লগে লগে আজহাৰে কৈ উঠে—"পেচিমিট্টবোৰ, বাৰু

তোমালোকে দুখবাদী বুলিব খোজা, সেই পাগলবোব পৃথিৱীব ভিতৰত নথকাই ভাল।"

"মানে?" মই সোধোঁ।

"মানে হৈছে কি, তোমাৰ নিচিনা ভেকা মানুহৰ এনে কান্দো কান্দো হোৱা বাষ্পময় চকু বৰ একৰকম লাগে! ইউচুক!...সেইখন কি পালা?"

"Hunger"...নিজৰ অজ্ঞাতসাৰেই মুখৰপৰা ওলাল।

"এয়ে ঠিক; কাম নাই, কাজ নাই—Hunger, thirst, greed, appetite কত কি লিখি এই নিকৰ্ম্মা গ্ৰন্থকাৰবোৰে যে মানুহবোৰক 'পেচিমিজিম'ৰ কালে টানি নিছে কিয় মই ক'ব নোৱাৰোঁ।"

"কিয়?"

"সেইটো বুজা নাই? এইবোৰ পঢ়িলে মানুহৰ মনবোৰ সঙ্কীৰ্ণ আৰু তোমালোকে ক'বৰ দৰে দুখবাদী হয়। উন্নতিৰ বাটত এইবোৰেই ঘোৰ অন্তৰায়।"

...অভিজাতৰ মুখৰ উপযুক্ত কথা। মই মাতিবলৈ কি আছে। মনে মনে থাকোঁ।

"পিছে—"

"পিছে কি?"—মই সোধোঁ।

"আজি চিনেমা চাবলৈ যাওঁ ব'লা, নোযোৱা জানো?

"চিনেমা! বৰ ভাল—"

"আৰু 'ভাগ্যচক্ৰ'—Bengal's best production."

"কেইবাবাৰো চাইছোঁ।"

"ব'লা আৰু এবাৰ চাওঁ। বৰ ভাল লাগে কে. চি. দে'ৰ গানকেইটা।"

"কে. চি. দে'ৰ গান! অদ্ভুৰ অভিনয়! বেয়া নহয়, কিন্তু—"

ক'বলৈ নিদি আজহাৰে ক'লে, "কিন্তু কি, তোমাৰ মনৰ জোখাই নহ'ল নেকি?"

"সেইটো মই কোৱা নাই। কিন্তু সি যে নিজেই নিজক দেখিবলৈ নেপায়, তাৰ নিখুঁত অভিনয়, তাৰ সঙ্গীত, ঝঙ্কাৰ তাৰ কানত এইবোৰৰ মূল্য কি? ৰূপালী পৰ্দ্দাত তাৰ গান শুনি মানুহ স্তব্ধ হৈ ৰয়, শ্ৰদ্ধাৰে তালৈ আঙুলিয়ায়, কিন্তু সি জানো তাৰ কিবা গম পায়?"

"অন্ধ! বহুত অন্ধই চকু থকাতকৈ বেছি দেখে।"

"বুজিছোঁ"—কথা ক'বৰ মন নেযায়।

(৩)

সদায় বহা পুলটোতে আজিও বহি আছে সেই অন্ধ বুঢ়াটো তাৰ আবেদনেৰে কোলাহলৰ সৃষ্টি কৰি। সদায় দেখোঁ ময়ো, কিন্তু তাৰ একোৱেই আমাক কিবা এটা ভাবত অনুপ্ৰাণিত নকৰে। আমাৰ জীৱনৰ দৈনন্দিন ঘটনাবোৰৰ লগত মিহলি হৈ থকা এই মানুহবোৰ। বিশেষত্ব একো নেদেখি।

"ঘৰৰপৰাই আহিলা তুমি আজহাৰ?"

"নহয়, গৈছিলোঁ ডাক-ঘৰলৈ।"

"ডাক-ঘৰলৈ, কিয়?"

"টকাৰ বৰ দৰকাৰ পৰিছে ভাই! এই,এশ টকা Withdraw কৰি আনিলোঁ। বাটতে পালোঁ চিনেমাৰ হেণ্ডবিলখন। বোলোঁ চাই যাওঁ।"

আমি কণা বুঢ়াটোৰ ওচৰেই পালোঁহি। কাণত পৰিলহি আনে অৰ্থ নুবুজা তাৰ কৈ যোৱা কথাবোৰ, জেপত হাত দিলোঁ।

"কি ইউচুফ?" টান মাতেৰেই আজহাৰে ক'লে।

"এটা পাঁচ পইচা!"

"পাঁচ পইচা! আৰে পাগল। এই সংসাৰ ভৰি থকা কণা মগনীয়াবোৰক যদি পাঁচ পইচাকৈয়ে দিবলৈ হয়, তেন্তে যে ইপিনে কা—কা।"

"কিন্তু সি যে কণা, তাতে আকৌ নিঃসম্বল।"

"তাৰ দোষ, তাতে আমাৰ কি ? আহা বেগাই, লাগিলে সিপীনে চিনেমা বিগিন ( Begin ) হ'বই।"

হাতত লোৱা পাঁচ পইচাটো আকৌ সুমুৱাই থলোঁ। সাহ নহ'ল দিবলৈ। কণা বুঢ়াই সকলো শুনিলে। তাৰ মুখলৈ চালোঁ। পৰিবৰ্ত্তন নাই, অভ্যস্ত সি এনে অপমানৰ। কিন্তু মোৰ লাজ লাগিল। কণা সি, তাৰ আগত মুখ দেখুৱাবলৈও কুণ্ঠা বোধ হ'ল। কিজানি মোক চিনি পায়! গুচি আহিলোঁ—এই ঠাইডোখৰ এৰি গ'লেই যেন ৰক্ষা পৰোঁ……।

চাৰে তিনিটকীয়া টিকটখন হাতত গুঁজি দি আজহাৰে মোক ভিতৰলৈ টানি আনে। দৰ্শকৰ কি যে ভিৰ ? 'চিট'ত বহি স্বস্তি অনুভৱ কৰোঁ।

…পৰিচয়ৰ পিছত বগা পৰ্দ্দাত ওলায় বৰগছৰ তলত বহি থকা সেই অন্ধটো। "এই যে কে. চি. দে"—আজহাৰে চিঞৰি উঠে।

মোৰ মনত পৰে পুলৰ ওপৰত বহি থকা সেই বৰগছৰ তলৰ উপেক্ষিত কণাটোলৈ। সেই জীৱন্ত দৈন্যতাটোক চাবলৈ পইচা দিব নেলাগে। কিন্তু তথাপি জানো তাক কোনোবাই চায়। কৃষ্ণচন্দ্ৰ দে আৰু সেই কণা মগনিয়াৰ বুঢ়াটো! এই নিষ্পেষিত বাস্তৱটোক পাঁচ পইচা দিবলৈ হাত কোঁচ খালে। কিন্তু এই ছায়ামূৰ্ত্তি অন্ধটোক চাবলৈ খৰচ কৰিছে তিনিশ পঞ্চাশ পইচা! ছায়া সি, পাঁচ মিনিটৰ অধিক স্থিৰ নেথাকে, অথচ তাৰ কাৰণে—আৰু ভাবিব নোৱাৰোঁ।

এবাৰ কৃষ্ণচন্দ্ৰই গাই উঠিল—

"ওৰে পথিক, তাকাস পিছন পানে,
চোৰ আসে ঐ পিছু পিছু জানাই কাণে কাণে !!
যা কিছু তোৰ সঞ্চিত ধন,
এবাৰ সে যে কৰবে হৰণ।
বুঝি ধৰা পৰবি এখন, কোন কাকে কে জানে ?"

আজহাৰৰ মনত পৰিল তাৰ টকালৈ। পাৰ্থিব জগতৰ অধিবাসী

অভিজ্ঞাত আজহাৰ। পাৰ্থিৱ ধনকে যে চোৰে নিয়ে তাকেই সি বুজে। জেপত হাত দি চায় বৰ ত্ৰস্ত-ব্যস্তভাৱে। কি সৰ্ব্বনাশ! জেপত যে দহটকীয়া নোট দহখন নাই। ক'লৈ গ'ল! এশ টকা নগদ। দেখে কামিজৰ জেপটো কোনোবাই কাটিছে।

"ইউচুফ—" ব্যস্ত স্বৰে আজহাৰে মোক মাতে।

"কি আজহাৰ!"

"টকা যে নাই—"

"কি টকা নাই?" বিস্ময়েৰে সুধিলোঁ।

"এই যে মই আনিছিলোঁ টকা…!".

…উলটি আহিলোঁ। ভাব আহে কাৰ অভিশাপত এনে হ'ল। সেই কণা বুঢ়াটো তাৰ মাগনীয়া জোলোঙাটো কাযলতিৰ তলত লৈ লাখুটিৰে বাট চিনি আহি থাকে তাৰ কুটিৰলৈ…।



অধোমুখে ডাক্তৰ লতিকা বানাৰ্জি ধীৰ খোজেৰে খট্‌খটীয়েদি নামি ওলাই গ'ল। বাৰাণ্ডাত বহি থকাৰপৰাই পল্লৱে তেওঁৰ ফালে এবাৰ চালে। ঘৰৰপৰা ডাক্তৰ বানাৰ্জি ওলাই যাবৰ সময়তো পল্লৱে তেওঁক মাত এষাৰ নললগালে। এগৰাকী ভদ্ৰমহিলাৰ প্ৰতি দেখুৱাব' লগা সৌজন্যকণো দেখুৱাৰ আগ্ৰহ পল্লৱৰ নাছিল। এক পৰম বিতৃষ্ণা, আত্মগ্লানি আৰু উদাসীনতা লৈ পল্লৱে সমুখৰ ফালে নেদেখা চাৱনিৰে চাই বহি থাকিল।

ৰাতি যথেষ্ট হৈছিল। আলি-বাটৰ মানুহ প্ৰায় নোহোৱা হৈছিল। শুকান দিনটোৰ শেষত ৰাতি অলপ সেমেকা যেন হৈছিল। বাহিৰত এখন নিষ্কম্প আকাশ অকাৰণত ওলমি আছিছিল এখন গধুৰ পৃথিৱীৰ ওপৰলৈ। তৰাবোৰে নিৰ্লজ্জভাৱে চকু টিপিয়াইছিল।

অলপ ধূলি উৰুৱাই ডাক্তৰ লতিকা বানাৰ্জিৰ সৰু ফিয়েট গাড়ীখন এটা সৰু শব্দ কৰি গুচি গ'ল। পল্লৱৰ আশ-পাশৰ পৃথিৱীখনক কিছুমান অস্বাভাৱিক নীৰৱতাই সামৰি ল'লে।

বৰ গৰম লগা যেন লাগিল পল্লৱৰ। এটা অকাৰণ অস্বস্তিৰে যেন বুকুৰ ভিতৰখন ভৰি উঠিছে। শব্দ নকৰাকৈ সি বহাৰপৰা উঠিল। উঠাৰ লগে লগে যেন তাৰ বিৰক্তিটোও দুগুণ হৈ বাঢ়ি উঠিল। 'মোৰ খং উঠিছে, মোৰ ভীষণ খং উঠিছে' সি নিজকে ক'লে। কাৰ ওপৰত তাৰ খং উঠিছে সি নিশ্চয়কৈ বুজিব নোৱাৰিলে। নিজকে বুজাবৰ চেষ্টা কৰিলে যে তাৰ খং উঠিছে ডাক্তৰ লতিকা বানাৰ্জিৰ ওপৰত। দেখাত ডাক্তৰ বানাৰ্জি এক ধুনীয়া ভদ্ৰমহিলা। ভাল ডাক্তৰ বুলি তেওঁৰ এটা স্থানীয় খ্যাতি আছে। 'আৰু মানুহ-

পৰাকী টকাৰ গোলাম নহয়, গপ-গৰ্ব্বও নাই। যেতিয়াই কোনোবাই মাতে তেতিয়াই যায়।

আৰু এই কাৰণেই যেন তাৰ খং উঠিছে ডাক্তৰ লতিকা বানাৰ্জিৰ ওপৰত। ভাল ডাক্তৰ হ'ল বুলিয়ে মানুহে মাতিলেই দিন নাই, সময়-অসময় নাই, ভাল মানুহ-বেয়া মানুহ নাই, তেওঁ কিয় যায়? আৰু গ'লেই, তেওঁ সকলো কেচ লয় কিয়? ডাক্তৰ হ'লেই সকলোকে বচোৱাৰ, সকলোৰে সামাজিক মৰ্য্যাদা ৰক্ষা কৰাৰ দায়িত্ব ল'বই লাগিব—ইয়াৰ কি অৰ্থ আছে?

পল্লৱে নিজকে প্ৰত্যয় নিয়াবৰ চেষ্টা কৰিলে যে তাৰ খং সঁচাকৈয়ে লতিকা বানাৰ্জিৰ ওপৰতে উঠিছে। অতিপাত খং উঠিছে। আগতে এবাৰ, আজি প্ৰায় চাৰি বছৰৰ আগতে এনেকৈয়ে তাৰ খং উঠিছিল। কিন্তু সেইবাৰ উঠিছিল বহুত পলমকৈ।

আমাৰ পৰিয়ালটোৰ কাৰণে লতিকা এটা কাল-গ্ৰহ। আমাৰ মজিয়াত ডাক্তৰ লতিকা বানাৰ্জিৰ ভৰি-খোজ পৰা মানে পাৰিবাৰিক দুৰ্যোগৰ জমাৰ ঘৰত আৰু এটা পয়মালৰ জাননী পোৱা।

পল্লৱে এটা চিগাৰেট জ্বলাই ধৰ জোৰেৰে হুঁপিব ধৰিলে। তাৰ নিজৰ জীৱনৰ বিৰুদ্ধে তাৰ কোনো অভিযোগ নাই। দুখৰ লগত চিনাকি নোহোৱা নহয়। সি আৰু পূৰ্ণিমা সৰু থাকোঁতেই মাক মৰিছিল। ভালেমান দিন হ'ল। এতিয়া আৰু তাৰ মাতৃহীনতাৰ বেদনা অনুভৱ কৰি দুখ কৰাৰ দিন নাই। দেউতাক শঙ্কৰ কাকতীয়ে মদ খায়, তেওঁ নগৰখনৰ এজন বিখ্যাত মদাহী। সেইবাবেও পল্লৱৰ বৰ বেছি আক্ষেপ নাই। কিয়নো বাপেকে যথেষ্ট টকা অৰ্জ্জন কৰে আৰু নিজৰ আৰ্জ্জনৰ টকাৰে হে মদ খায়। তদুপৰি মদ খালেও বাপেকে তাক পঢ়া-মেলাৰ সকলো খৰচ যোগাইছিল। মেট্ৰিক পাচ কৰি পূৰ্ণিমাই আৰু নপঢ়িলে যদিও পূৰ্ণিমাৰ সুখ-সুবিধাৰ কাৰণে যিমান লাগে তাতকৈ বেছি হে ধন খৰচ কৰে। শঙ্কৰ কাকতীৰ সমনীয়া বহুতেই মদ খায়, এইবাবে সমালোচনাতকৈ বেছি একো

নহয়। আৰু পল্লৱে সেইবোৰ সমালোচনালৈ কাণ নিদিলেও চলে। বি. এ. পাচ কৰি পল্লৱ কামত সোমাইছে। তাৰ বয়স মাত্ৰ তেইশ বছৰ হৈছে। লাহে লাহে এই কামতে নাইবা অন্য কোনো নতুন কামত সোমাই সি উন্নতি কৰিব। নকৰিলেও তাৰ বৰ দুৰাকাঙ্ক্ষা নাই। এটা নিৰাড়ম্বৰ, নৈতিক জীৱন যাপন কৰাই তাৰ বৰ্ত্তমান লক্ষ্য।

সি বাৰাণ্ডাৰপৰা ভিতৰলৈ যাব নে নেযাব একো ঠিক কৰিব নোৱাৰি নিজৰ অজানিতেই পায়চাৰি কৰি ফুৰিব ধৰিলে। বাৰাণ্ডা-ডোখৰ আধা-পোহৰ, আধা-আন্ধাৰৰ মাজত নীৰৱে পৰি আছে। চালিৰ ওপৰত বগাই থকা ফুলজোপাত ফুলা ফুলবোৰৰপৰা এটা তীব্ৰ মদিৰ গোন্ধ উৰি আহি তাৰ নাকত লাগিছে। অসময়তো ফুলবোৰ কেতিয়াবা কিয় ফুলে, ভাবি তাৰ আচৰিত লাগিল।

ক্ৰমে পল্লৱে অনুভৱ কৰিলে যে তাৰ নিজৰ ওপৰতে এইবাৰ তাৰ খং উঠিছে। আধাখোৱা চিগাৰেটটো সি দলিয়াই পেলাই দিলে। আবৃত্তি কৰাৰ ধৰণে সি কিবা এটা নিজকে ক'ব খুজিছিল, দেখিলে পূৰ্ণিমা ভিতৰৰপৰা ওলাই আহি দুৱাৰৰ চৌকাঠত ধৰি শঙ্কিতভাৱে মুখৰ ফালে চাই আছে।

পল্লৱ থৰ হৈ বৈ গ'ল আৰু একেবাৰে অচিনাকি এজনী মানুহলৈ চোৱাৰ দৰে এক অসহায় হিংস্ৰ চাৱনিৰে পূৰ্ণিমাৰ মুখলৈ চালে। পূৰ্ণিমাৰ মুখখন শেঁতা পৰা, তাইৰ চকুৰ গুৰি সামান্যভাৱে ক'লা পৰিছে, তাইৰ চুলিৰ আগবোৰ মসৃণতা নোহোৱা হৈছে।

পল্লৱে যেন পূৰ্ণিমাক চিনিব পৰা নাই। তাৰ সহোদৰ ভনীয়েকজনীক যেন আজি হে সি জীৱনত প্ৰথমবাৰৰ কাৰণে দেখিছে।

ক্ৰমাত পল্লৱৰ চকু দুটা যিমানে ক্ৰুদ্ধ আৰু হিংস্ৰ হৈ উঠিল, পূৰ্ণিমাৰ চকু দুটা সিমানে দুৰ্ব্বল আৰু অসহায় হৈ আহিল।

"ভাত খাহি ককাইদেউ," কক, শুকান আৰু ভয়মিহলি মাতেৰে পূর্ণিমাই ক'লে আৰু পল্লৱৰ মুখৰ ফালে চালে।

পূর্ণিমাৰ মাতটোত ক'ৰ যেন এজনী শৰবিদ্ধ বনৰীয়া চৰাইৰ মৃত্যুকাতৰ আৰ্ত্তনাদ শুনিবলৈ পালে পল্লৱে। হঠাৎ নাইকিয়া হৈ যাব ধৰা তাৰ খংটোক এৰি নিদিবলৈ, সি নিজৰ লগতে যুঁজিলে।

পল্লৱ তাৰ এই দুৰ্ব্বলতাৰ বিষয়ে সজাগ। পৃথিৱীত যিবোৰ গুণ থাকিলে মানুহ বুলি পৰিচিত হয়, স্কুল-কলেজত পঢ়ি, সদ্ গ্ৰন্থ অধ্যয়ন কৰি, সদালাপ, সদ্-চিন্তা কৰি পল্লৱে সেই সকলোবোৰ আয়ত্ত কৰিছিল। পল্লৱৰ বয়সৰ কোনো ডেকাই তাৰ দৰে একান্ত আস্থা আৰু বিশ্বাসেৰে ধৰ্ম্মগ্ৰন্থ অধ্যয়ন কৰা নাই, দৰ্শনৰ কিতাপ পঢ়া নাই, গান্ধী বিবেকানন্দৰ এনে ভক্ত ডেকাচামৰ ভিতৰত বিৰল। পল্লৱে মহৎ আদৰ্শ সমুখত ৰাখি আত্ম-উপলব্ধিৰ সাধনা কৰিছিল এই কথা আনেও জানিছিল। এইবাবে তাৰ বয়সীয়া আৰু তাতকৈ প্ৰ'গ্ৰেচিভ্ ডেকাবোৰে তাক ৰিএক্‌শ্যনাৰি বুলিছিল। সেইবাবে সি বেজাৰ পোৱা নাছিল। মনৰ মাজতে হাঁহি সি মাথোন কোনোবা যিশুৰ দৰে ক'বলৈ বিচাৰিছিল, 'ইহঁতক ক্ষমা কৰা প্ৰভু, ইহঁতে কি কৈছে নিজেই নেজানে।'

আজি কিন্তু পল্লৱৰ নিজৰ ওপৰতে খং উঠিল। সি এটা মৰেলিষ্ট হ'বলৈ গ'ল কিয়? সি এই প্ৰাচীন অপ্ৰচলিত মানসিক গুণবোৰ আয়ত্ত কৰি নিজক আজিৰ যুগৰ অনুপযুক্ত কৰি তুলিলে কিয়? এইবোৰৰ আশ্ৰয় লৈ সি নিজক দুৰ্ব্বল কৰি পেলালে কিয়? এইটো নিশ্চিত যে পিতৃভক্তি, ভ্ৰাতৃপ্ৰেম, ক্ষমা, সহ্যগুণ, ধৈৰ্য্য এইবোৰ দুৰ্ব্বলতা আৰু কাপুৰুষালিৰ অন্য নাম মাত্ৰ। এইবোৰ দুৰ্ব্বলতাৰেই প্ৰতিবাদ কৰাৰ শক্তি নোহোৱা কৰি পেলায়। 'মই যদি অকণমান শক্তিকো আয়ত্ত কৰিব পাৰিলোহেঁতেন, অন্য একো কৰিব নোৱাৰিলেও মই আত্মহত্যা কৰিব পাৰিলোহেঁতেন আৰু তাকে কৰি মই জীৱনৰ এই চৰম অপমান আৰু গ্লানিৰপৰা আত্মৰক্ষা কৰিব

পাৰিলোঁহেঁতেন। আত্মহত্যাৰ নিচিনা এটা মহৎ পাপ কৰিব পাৰিলোঁহেঁতেন।'

"ভাত নেখাৱ জানো ককাইদেউ, বাতি বহুত হ'ল নহয়"— পূর্ণিমাই ভয়ে ভ'য়ে ক'লে।

পল্লৱ বাবাণ্ডাৰ খুঁটা এটাত ধৰি থিয় হৈ ৰ'ল আৰু মাতটো কঠিন কৰিবৰ এটা নিষ্ফল চেষ্টা কৰি অস্পষ্ট মাতেৰে আন কাৰোবাক সোধাৰ দৰে সুধিলে, "লতিকা ডাক্তৰণী কেলেই আহিছিল ?"

হঠাৎ যেন বজ্রপাত পৰিল, কথাষাৰ শুনাৰ লগে লগে পূর্ণিমাৰ চকু-মুখ বিবর্ণ আৰু শেঁতা পৰি গ'ল। তাইৰ যেন মূৰটো ঘূৰাইছে আৰু ক'ৰবাত নধৰিলে তাই পৰি যাব! তাইৰ ওঁঠ দুটা শুকাই গ'ল, ডিঙিটো ইমান শুকান লাগিল যেন তাই কেইবাদিনো এটোপা পানীও খোৱা নাই। তাই এবাৰ ভয়েৰে পল্লৱৰ কালে চাই নীৰৱে তলমূৰ কৰিলে।

পূর্ণিমাৰ এই অসহায় নীৰৱতাত যেন পল্লৱে মনৰ মাজত অলপ সাহস পালে। এইবাৰ মাতটো আগতকৈ কিছু কঠিন কৰি সুধিলে, "ডাক্তৰণীক ইয়ালৈ কোনে আনিছিল ?"

গুন-গুন মাতেৰে পূর্ণিমাই ক'লে, "দেউতাই পঠিয়াই দিছিল......"

"কেলেই ?"

পূর্ণিমাই উত্তৰ দিব নোৱাৰিলে। অলপ সময় তাই তলমূৰ কৰি থিয় দি ৰ'ল, তাৰ পিছত ভিতৰলৈ গুচি গ'ল। এহাল দুর্ব্বল হিংস্র চকুৰে পল্লৱে তাইৰ ফালে চাই ৰ'ল।

পল্লৱে অনুভৱ কৰিলে যে তাৰ ভৰি-হাতবোৰ চেঁচা পৰি আহিছে। কোঠাৰ ভিতৰৰ লাইটৰ পোহৰবোৰ ঘূৰি ঘূৰি নাচিছে। সি সোঁহাতৰ মুঠিটো এনেয়ে টানি মাৰিবৰ চেষ্টা কৰিলে। কিন্তু তাৰ শৰীৰৰ সিৰা-উপসিৰাবোৰ ইমান শিথিল হৈ পৰিছিল যে মুঠিটো সি মাৰিব নোৱাৰিলে।

বয়সত তাতকৈ দুবছৰৰ সৰু এইজনী পূৰ্ণিমা। মুখখন জোন যেন ধুনীয়া আছিল কাৰণেই তাইৰ নাম ৰাখিছিল পূৰ্ণিমা। এঁখন শান্ত কোমল মুখ, এটা লনি জোঙা নাক, এহাল গভীৰ ক'লা চকু, দুটা পাতল ওঁঠ, এই পূৰ্ণিমাজনীক দেখিলেই মৰম নকৰা মানুহ নাছিল। বাপেক-মাক সকলোৰে আলাসৰ লাক আছিল তাই। জন্মৰ দিন ধৰি তাই কেৱল পাইছিল মৰম-চেনেহ, এপাহ ফুলৰ দৰে তাই বাঢ়ি আহিছিল।

আৰু তাই যেতিয়া গাভৰু হ'ল, তাই হ'ল ওচৰ-চুবুৰীয়া সকলোৰে আলোচনাৰ বস্তু, কাৰোবাৰ ঈৰ্ষাৰ পাত্ৰী, কাৰোবাৰ তপস্যাৰ পাত্ৰী। পূৰ্ণিমাৰ শান্ত অমায়িকতা, তাইৰ নম্ৰতা, তাইৰ সৌন্দৰ্য্যৰ অমুগ্ৰ উজ্জ্বলতাই সকলোকে আকৰ্ষণ কৰিছিল।

পল্লৱহঁতৰ মাক যেতিয়া মৰিল, পৰিয়ালটো হঠাৎ তেন্তেই সৰু হৈ গ'ল। চাকৰ-বাকৰ থাকিলেও ঘৰখনত থাকিল মুঠেই তিনিটা প্ৰাণী— শঙ্কৰ কাকতী, পল্লৱ আৰু পূৰ্ণিমা। কাকতী স্বাস্থ্যৱান ডেকা মানুহ; এৰা, ডেকা মানুহেই। তেওঁৰ বয়স তেতিয়া চল্লিশ পাৰ হৈছিল মাত্ৰ। কিন্তু চেহেৰা-পানী তেওঁৰ এজন ত্ৰিশ বছৰীয়া ডেকাৰ যেন হৈ আছিল। বহুতে ভাবিছিল যে তেওঁ অনতিপলমে দ্বিতীয় বিৱাহ কৰাব, বহুতে উপদেশ আৰু পৰামৰ্শ দিলে যে তেওঁ বিয়া কৰোৱা উচিত আৰু প্ৰয়োজনীয়।

শঙ্কৰ কাকতীয়ে কাকো একো নক'লে। তেওঁৰ কোনো পৰিৱৰ্ত্তনো বাহিৰত দেখা নগ'ল। মাত্ৰ ঘৰৰ ভিতৰত পল্লৱহঁতে আৰু চাকৰ-বাকৰে জানিলে যে তেওঁ আগতকৈ বেছি মদ খোৱা আৰম্ভ কৰিছে। দিনত অলপ কম খালেও, ৰাতি সন্ধিয়াৰ পিছত তেওঁ অত্যাধিক মদ খোৱাত ধৰিলে। এইবাৰে পল্লৱ দেউতাকৰ ওপৰত অসন্তুষ্ট হৈছিল, কিন্তু প্ৰতিবাদ কৰিবলৈ চেষ্টা কৰাৰ পৰিৱৰ্ত্তে সি মাথোন গভীৰ অধ্যয়নত আত্মনিয়োগ কৰি ঘৰুৱা দুৰ্ভাগ্যৰ কথা পাহৰি থাকিবৰ যত্ন কৰিছিল। মাতৃ-বিয়োগৰ নিচিনা

দুর্ভাগ্যক পল্লৱে নিয়তিৰ অব্যৰ্থ ইচ্ছা বুলি গ্ৰহণ কৰিবৰ ধৈৰ্য্য আৰু মনোবল বিচাৰিছিল।

পূৰ্ণিমায়ো বাপেক আৰু ককায়েকৰ মৰমৰ মাজত আৰু নিজে সোমাই পৰা যৌৱনৰ মধুকুঞ্জৰ মাজত অন্যান্য বেদনা পাহৰি থকাৰ প্ৰয়াস কৰিলে। যৌৱনে জীৱনক স্বয়ং-সম্পূৰ্ণ কৰি তোলে। প্ৰাণৰ পাত্ৰ সৌন্দৰ্য্য আৰু পূৰ্ণতাৰ উপলব্ধিৰে সমৃদ্ধ হৈ উঠে।

পল্লৱে পঢ়িলে, পল্লৱ কামত সোমাল। কামত সোমাই পল্লৱ ঘৰৰপৰা কিছুদূৰ আঁতৰি থাকিব লগাত পৰিল। দেওবাৰে আৰু বন্ধৰ দিনত হে পল্লৱ ঘৰলৈ আহে। ঘৰত থাকে শঙ্কৰ কাকতী আৰু পূৰ্ণিমা। অৱশ্যে চাকৰ-বাকৰকেইটা আছে। ককাকৰ দিনৰ মাধৰাম আছে আৰু তুলি লোৱা চাকৰণী ছোৱালী কাঞ্চন আছে। অকলশৰীয়া পূৰ্ণিমাই অকলশৰীয়া অনুভৱ কৰিবৰ আজৰি নেপায়।

জীৱনত এটা শান্ত মধুৰ মন্থৰ গতিৰ বাহিৰে আৰু কিবা সংঘাত আছে বুলি ভাবিবৰ অৱকাশ পল্লৱহঁতৰ হোৱা নাছিল।

কিন্তু আজি চাৰি বছৰৰ আগতে এবাৰ পল্লৱৰ জীৱনৰ সকলো স্বপ্নক খান্‌খান্ কৰি দিলে এক নিষ্ঠুৰ, নিৰ্লজ্জ অঘটনে!

অৱশ্যে যোৱা চাৰি বছৰে তাকো পাহৰি যাবৰ চেষ্টা কৰিছিল পল্লৱে। কিন্তু আজি! আজি আকৌ লতিকা বানাৰ্জি আহিল কিয়? ডাক্তৰণী আহিল কিয়?

হঠাৎ পল্লৱে চিঞৰি উঠিল, "পূৰ্ণিমা—"

পূৰ্ণিমা ভিতৰৰপৰা আকৌ ওলাই আহিল।

"কি হ'ল ককাইদেউ?"

"দেউতা ক'লৈ গ'ল?"

"ক'ব নোৱাৰোঁ, ডাক্তৰণীক পঠিয়াই দি দেউতা কেনিবাদি গৈছে হেনো।"

"ডাক্তৰণীক কেলেই পঠিয়াইছিল?"

তয়ার্ত চাহনিৰে এবাৰ পল্লৱৰ কালে চাই পূৰ্ণিমাই ক'লে, "তই বাক ভাত খাই ল'হি আহ। মই সকলো ক'ম—"

"তই আক মোক কিটো ক'ব লাগিছে? লতিকাই কি ক'লে?"

"মোক চালে হে, একো নক'লে।" পূৰ্ণিমাৰ মাতটো ক্ৰমে সহজ হৈ পৰিছ।

"ডাক্তৰণী আকৌ কেতিয়া আহিব?"

"ক'ব নোৱাৰোঁ, কেলেই?"

"ডাক্তৰণীক ক'বি, আকৌ যদি তেওঁ ইয়ালৈ আহে মই গুলী কৰি মাৰিম, বুজিছ—"

পূৰ্ণিমাই একো নেমাতিলে। তাই জানিছিল পল্লৱে একো কৰিব নোৱাৰে। মানুহক গুলীয়াই মৰা দূৰৰ কথা, পল্লৱে এবাৰ টান কথাও ক'ব নোৱাৰে।

হঠাৎ পল্লৱৰ মাতটো সৰু হৈ গ'ল। এবাৰ গোপনীয় কথা কোৱাৰ দৰে পল্লৱে ক'লে, "তই এটা কাম কৰিব পাৰিবি, পূৰ্ণিমা?"

"কি।"

"দেউতাক তই—দেউতাক তই বিহ খুৱাই হত্যা কৰিব পাৰিবি!

"দেউতাক?"

"হুঁ—"

অলপ পৰ পূৰ্ণিমা মনে মনে থাকিল। তাৰ পিছত ক'লে, "ময়ে বিহ খাই মৰিব পাৰোঁ, মৰাই ভাল আছিল—পিছে……"

"পিছে নমৰ কেলেই, মৰিবলৈ তোক কোনে মানা কৰিছে?"

"তয়েনো মোক গুলী কৰি মাৰি নেপেলাব কিয়, তয়ে দেখোন পাৰ—"

"মই—মই তোক গুলী কৰি—কিন্তু—"

"তই মোৰাৰ—তই একোকে কৰিব মোৱাৰ। সিবাবো কৈছিলোঁ মোক গুলীয়াই মাৰি পেলাবলৈ। পিছে কিটো কৰিলি—"

"তই মৰিব পাৰিবি?"

পূর্ণিমাই প্রকৃতিস্থভাৱে ক'লে, "মই কাহানিবাই মৰিব পাৰিলোঁহেঁতেন। দেউতা আৰু তোৰ কাৰণে হে মই আজিও নমৰাকৈ আছোঁ—"

"দেউতাৰ কাৰণে তই নমৰাকৈ আছ? তই কি কৈছ পূর্ণিমা?" বিস্মিতভাৱে পল্লৱে শুধিলে।

"ওঁ, দেউতাক মই হত্যাও কৰিব নোৱাৰোঁ, এৰি যাবও নোৱাৰোঁ।"

"আৰু সেইদেখি তই এইদৰে পশুৰ দৰে......"

পদূলি-মুখত গল-খেকাৰি শুনি দুয়ো চালে শঙ্কৰ কাকতী আহিছে। ওখ-পাখ, সুশ্রী আদহীয়া মানুহ এজন মদ খাই অলপ ঢলং-পলং কৰি আহিছে।

কোনো কথা-বতৰা নকৈ শঙ্কৰ কাকতী পোনে পোনে ভিতৰলৈ সোমাই গ'ল। পাছে পাছে পূর্ণিমাও ভিতৰলৈ গ'ল। মাত্র অসহায়ভাৱে থৰ লাগি বৈ থাকিল পল্লৱ কাকতী, যেন কিবা এক গুৰু অপৰাধৰ অপৰাধী হৈ কাঠগৰাত থিয় দি আছে—বিচাৰৰ কাৰণে।

ৰাতি আজিকালি শঙ্কৰ কাকতীয়ে ভাতৰ সলনি চাপাতি খায়। অৱশ্যে মুর্গীৰ মাংস আৰু মদ কমোৱা নাই, তথাপি ডাক্তৰৰ পৰামর্শমতে ব্লাড্-প্রেচাৰ কমাই ৰাখিবৰ কাৰণে ৰাতি চাপাতি খোৱাত ধৰিছে। ভাত নেখালে ব্লাড্-প্রেচাৰ কম হয় বুলি অৱশ্যে কোনো কালে জনা নেযায়।

কিছুপৰ থৰ লাগি থিয় দি থাকি পল্লৱ ভিতৰলৈ সোমাই গ'ল।

শঙ্কৰ কাকতী খাবলৈ মেজৰ কাষত বহিছে, পূর্ণিমাই ভাত-পানী সজাই দিছে। কোঠাটোত কোনো সা-শব্দ নাই। মাত্র বাচন-বাটিৰ ঠুং-ঠাং শব্দ হৈছে।

অৱাক অৱাক লাগিল পল্লৱৰ। যেন এখন প্রেত-পুৰীত, তিনিটা জীৱন্ত কঙ্কালে কিবা দুর্ভেদ্য প্রেত-নৃত্য কৰিছে। কিছু সময়

নীৰৱতাৰ মাজেদি কাটি গ'ল। কোঠাটোৰ আন্ধাৰৰ মাজত নীৰৱে অকলশৰে থিয় দি আছে পল্লৱ। আন্ধাৰবোৰে যেন কাঁইটৈ বিজ্ঞাদি বিছিছে।

আন্ধাৰৰ মাজেদিয়ে পল্লৱে বেৰৰ চুকত থোৱা বন্দুকটোৰ ফালে হাতখন আগ বঢ়াইছিল, কিন্তু হঠাৎ বৈ গ'ল। পল্লৱৰ কাণত পৰিল শঙ্কৰ কাকতীৰ মাত—"লতিকা আহিছিল ?"

"ওঁ—" পূৰ্ণিমাৰ উত্তৰ।

"তোক চাইছিল ?"

"ওঁ—"

"পল্লৱে জানে নেকি ?"

"মই ক'ব নোৱাৰোঁ, ক'ব পাৰে কিজানি।"

"ওঁ, সি নেজানে যদি তাক জনাব লাগিব।"

পল্লৱৰ হাত-ভৰিবোৰ হিম হৈ আহিল। তাৰ হাতখন অৱশ হৈ ওলমি পৰিল। তাৰ ডিঙিটো শুকাই গ'ল।

গিলাচ আৰু বটলৰ শব্দ শুনি পল্লৱে বুজিলে শঙ্কৰ কাকতীয়ে মদ বাকি খাইছে। এতিয়া বহুত মদ খাব, তাৰ পিছত নিচাত ঢলি পৰিব আৰু আথে-বেথে দাঙি নি পূৰ্ণিমাই বিচনাত শুৱাই দিব। কিন্তু শঙ্কৰ কাকতী টোপনি নেযায়।

'নহয়, আজি মই কিবা এটা কৰিবই লাগিব। বন্দুকটো বহুত দিন নীৰৱে আছে। আজি সি মাত পাব। এটা বন্দুকৰ গুলীত এহাল আদিম পশুৰ যদি মৃত্যু ঘটে তাৰ বাবে পৃথিৱীৰ কোনো ক্ষতি নহয়।' পল্লৱে নিজকে ক'লে।

মদৰ সৰু গিলাচটো হাতত লৈয়ে শঙ্কৰ কাকতী বাৰাণ্ডালৈ ওলাই আহিল।

"পল্লৱ—চাওঁ, এইপিনে আহ—"

ভয়ে ভয়ে অপৰাধীৰ দৰে পল্লৱ আন্ধাৰ কোঠাটোৰ ভিতৰৰপৰা ওলাই আহিল। আৰু দুৱাৰৰ লিপাৰে থিয় দি ৰ'ল।

বেডৰ চকীখনত বহি গিলাচত বাকী থকা মদটোপা শোহা মাৰি খাই শঙ্কৰ কাকতীয়ে ক'লে, "তোৰ কিমান দিনৰ ছুটী আছে ?"

"মোৰ ছুটী নাই......"

"নাই যদিও দহ-পোন্ধৰ দিনমানৰ ছুটী ল'ব লাগিব......"

পল্লৱে নেমাতিলে। তাৰ খং উঠি আহিল।

"পূর্ণিমাক কলিকতালৈ নিব লাগিব। প্লেনেৰে যাবি, প্লেনেৰে আহিবি, বুজিছ ?"

পল্লৱ তেতিয়াও নীৰৱে ৰ'ল।

"লতিকা বানাৰ্জিয়ে ক'লৈ নিব লাগে, কি কৰিব লাগে সকলো বুজাই দিব। তই কেতিয়া যাব পাৰিবি ?"

মনৰ ভিতৰৰ সকলো সাহস গোটাই লৈ পল্লৱে ক'লে, "মই কলিকতালৈ যাব নোৱাৰিম।"

"ছুটী নাই ? বাক মই লোৱাই দিম। অহা সপ্তাহতে যাব লাগিব। দেৰি কৰা ঠিক নহ'ব।"

"মই পূর্ণিমাক কলিকতালৈ নিব নোৱাৰোঁ। দৰকাৰ হ'লে তাই নিজেই যাওক।"

"নিজে তাই কেনেকৈ যাব ?"

"আপুনিয়ে নেযায় কিয় ?"

"কি কৈছ ?" হঠাৎ ক্রুদ্ধভাৱে কঠিন মাতেৰে কৈ উঠিল শঙ্কৰ কাকতীয়ে।

পল্লৱৰ সকলো সাহস শেষ হৈ গ'ল। সি একো মাতিব নোৱাৰিলে।

শঙ্কৰ কাকতী বহাৰপৰা উঠিল আৰু পল্লৱক উদ্দেশ্য কৰি কোৱাদি ক'লে, পৰিয়ালৰ মান-মর্য্যাদা ৰক্ষা কৰিবলৈ শিকাব লাগে নেকি ? ৰ'ল পূর্ণিমা......"

কাকতী সোমাই গ'ল। আৰু পাছে পাছে পূর্ণিমাও সোমাই গ'ল।

আৰু বেছি অসহায়ভাৱে পল্লৱ থৰ লাগি বৈ থাকিল কিছুপৰ।

পল্লৱৰ কাণ-মুখ ৰঙা পৰিল। তাৰ গোটেই গাটো গৰম হৈ উঠিল, এটা পৰাজয়ৰ উপলব্ধিত তাৰ চকুৰপৰা কান্দোন ওলাই আহিব খুজিলে। কিন্তু সি কান্দিব নোৱাৰিলে। সি মাথোন অসহায়ভাৱে নিজকে বাৰে বাৰে ক'লে, 'তই অক্ষম, তই একো কৰিব নোৱাৰ। হেজাৰ বছৰ প্ৰাচীন গুহাৰ আদিম পশু শঙ্কৰ কাকতীৰ কোনো ইচ্ছা, কোনো কামত বাধা দিয়াৰ শক্তি তোৰ নাই। তোৰ ভিতৰত মনুষ্যত্ব যিকণ আছে, তাৰে তই পৃথিৱীৰ পশুবৰ লগত যুঁজিব নোৱাৰ, যুঁজিলেও জয়ী হ'ব নোৱাৰ। তই মানুহ হ'বৰ চেষ্টা কৰা এটা নগণ্য কীট। শঙ্কৰ কাকতীক তই অমান্য কৰিব নোৱাৰ। তই ছুটী ল'ব লাগিব, পূৰ্ণিমাক ফুৰাবলৈ নিয়াৰ দৰে কলিকতালৈ নিব লাগিব, কোনো গোপন মেটাৰ্নিটি হোমলৈ নি ডাক্তৰ লতিকা ব্যানাৰ্জিৰ চিঠি দেখুৱাই, কাকতীৰ পৰিয়ালৰ মৰ্য্যাদা ৰক্ষা কৰিব লাগিব। এই সকলো কৰিব পল্লৱে, মানুহ হ'বৰ চেষ্টা কৰা উচ্চ-শিক্ষিত পল্লৱ কাকতীয়ে।'

ৰাতি বহুত হ'ল।

পল্লৱ কাকতী বাহিৰলৈ ওলাই আহিল। এটা বোবা অভিযোগে পল্লৱৰ মনৰ ভিতৰখনত এটা অব্যক্ত হাহাকাৰৰ সৃষ্টি কৰিলে।

এবাৰ পল্লৱে মুখ তুলি আকাশৰ ফালে চালে। দীপ্তিহীন, নিষ্প্ৰভ সৰু সৰু তৰাবোৰৰ মাজত এটা তৰা উজ্জ্বল হৈ জিলিকি থকা দেখিলে পল্লৱে। হঠাৎ পল্লৱে যেন সমগ্ৰ পৃথিৱীখনৰ কথা পাহৰি গ'ল। এখন গাঢ় নীলা আকাশ, তাৰ বুকুত এটা তৰা— অকলশৰীয়া। আৰু এখন অচিনাকি, প্ৰাচীন পৃথিৱীত এটা অকলশৰীয়া অক্ষম মানুহ! পৃথিৱীত আৰু কোনো নাই। এটা নিঃসঙ্গ তৰা আৰু এটা নিঃসঙ্গ মানুহ।

উদভ্ৰান্ত অভিযোগ আৰু ভাৱাক্ৰান্ত মাতেৰে আকাশখনৰ ফালে চাই অসহিষ্ণুভাৱে পল্লৱে ক'লে, "হে ঈশ্বৰ, হে হিন্দুৰ ঈশ্বৰ, হে

মুছলমানৰ ঈশ্বৰ, হে খৃষ্টান, বুদ্ধ, জৈন, পাৰ্চী, অগ্নি-পূজকৰ ঈশ্বৰ, হে মানুহৰ ঈশ্বৰ আৰু হে পশুৰ ঈশ্বৰ আজি এদিনৰ কাৰণে পৃথিৱীত এটা অক্ষম মানুহক চিঞৰি চিঞৰি ক'বলৈ দিয়া যে তুমি নাই, তুমি কোনো দিন নাছিলা। আৰু ক'বলৈ দিয়া যে তোমাৰ পৃথিৱীত কোনো দেৱত্ব নাই, কোনো মানৱত্ব নাই, কোনো নৈতিকতা, কোনো আধ্যাত্মিকতা নাই। এইখন মানুহৰ পৃথিৱী নহয়, এইটো কোনো-দিন সূৰ্য্যৰ পোহৰ নপৰা এটা বিৰাট আন্ধাৰ গহ্বৰ। ইয়াত আছে হিংস্ৰ পশু, ইয়াত আছে বিষাক্ত সাপ, ইয়াত আছে মাংসভোজী অৰণ্য-শাৰ্দ্দূল। এই পৃথিৱীত মানুহ নামৰ কোনো প্ৰাণীৰ কাহানিও আৱিৰ্ভাৱ হোৱা নাছিল।

"হে ঈশ্বৰ, হে শক্তিহীন, পঙ্গু, জড়, উদাসীন ঈশ্বৰ! তুমি দুৰ্ব্বল। হেজাৰ হেজাৰ বছৰেও তুমি এই পশুবোৰৰ মাজৰপৰা পশুত্বৰ অৱসান ঘটাব নোৱাৰিলা। তোমাৰ পৃথিৱীত পশুত্বৰ বাহিৰে একো নাই। এই পশুশালা সৃষ্টি কৰাৰ কি অৰ্থ আছিল তোমাৰ? তোমাতকৈ অধিক শক্তিশালী শঙ্কৰ কাকতী, অধিক শক্তিশালী লতিকা বানাৰ্জি।

"আজি মোক ক'বলৈ দিয়া যে তুমি নাই। তোমাৰ সৃষ্টিত মানৱত্ব একো নাই। তুমি এক পশুশালাৰ চৰ্দাৰ। তুমি নাই, তুমি কাহানিও নাছিলা।

"হে ঈশ্বৰ, তুমি যদি আছা, আজি এদিনৰ কাৰণে মোক পশু হ'বলৈ দিয়া, মোক মানুহ হ'বৰ কাৰণে কৰা আত্মপ্ৰৱঞ্চনাৰপৰা উদ্ধাৰ কৰা। মই অক্ষম, মই দুৰ্ব্বল, হে ঈশ্বৰ আজি মোক মানুহ হোৱাৰ প্ৰচেষ্টাৰপৰা ৰক্ষা কৰা আৰু মোৰ ভিতৰত হিংস্ৰ হত্যাকাৰীৰ দুৰ্ব্বাৰ পশুত্ব জাগ্ৰত কৰি তোলা, মোকো পশু হ'বলৈ দিয়া। হে ঈশ্বৰ, নিজে পশু নহ'লে যে শঙ্কৰ কাকতীৰ পশুত্বক শেষ কৰিব নোৱাৰোঁ, মই হত্যাকাৰী হ'ব নোৱাৰোঁ..."

মধ্যযুগীয়া কোনো নাটকৰ নায়কৰ দৰে কথাবোৰ কৈ পল্লৱে

চাৰিওফালে চালে, কেউফালে নিবন্ধ আন্ধাৰ। তৰাবোৰ একেবাৰে ম্লান হৈ গৈছে। এখন আন্ধাৰে আগুৰা ক্লান্ত পৃথিৱীত পল্লৱ অকলশৰীয়া।

পল্লৱৰ ভয় নেলাগিল। উত্তপ্ত অসহিষ্ণু খোজেৰে পল্লৱ ভিতৰলৈ আহিল, নিজৰ কোঠালৈ গ'ল, আল্‌মাৰি আৰু মেজত পৰি থকা কিতাপৰ দ'মবোৰলৈ বিতৃষ্ণাৰে এবাৰ চালে।

সিকালৰ কোঠাত শঙ্কৰ কাকতী টোপনি গৈছে, হয়তো পূর্ণিমাৰো টোপনি আহিছে। কি বিড়ম্বনা! মানুহ যেতিয়া অনিদ্ৰাত ছটফটাই মৰে, পশু তেতিয়া নিশ্চিন্তে টোপনি যায়।

নিঃশব্দে আল্‌মাৰি মেলি পল্লৱে কিতাপবোৰ উলিয়াই মেজৰ ওপৰত দ'ম কৰিলে। বহুদিনৰ সঞ্চিত মূল্যৱান আৰু দুষ্প্ৰাপ্য কিতাপ। পশুশালাত ধৰ্ম্মগ্ৰন্থৰ কোনো মূল্য নাই। এইবোৰ সকলো পুৰি পেলোৱা দৰকাৰ। এইবোৰ পশুশালাৰ অলাগতিয়াল আৱৰ্জ্জনা।

জুইশলাত কাঠীডাল মাৰি পল্লৱ বৈ গ'ল। কিতাপবোৰ পুৰিলে কি লাভ হ'ব? এইবোৰে যদি কোনো এটা পশুক মানুহ কৰিব নোৱাৰিলে, তাৰ বাবে সিহঁতৰ কি দোষ?

কাঠীটো তাৰ হাততে মুমাই শেষ হৈ গ'ল। পল্লৱ কিন্তু ক্ষান্ত নহ'ল। সি উঠি বন্দুকটো বিচাৰি ল'লে আৰু যদিও কাৰ্টিজ শঙ্কৰ কাকতীৰ শোৱা-কোঠাত হে থাকিল, তথাপি সি বন্দুকটো হাতত লৈ বাপেকৰ শোৱা-কোঠাটোৰ দুৱাৰ-মুখত বহি ৰ'ল। পশুশালাৰ দুৱাৰ মুকলি হ'ব আৰু লগে লগে এটা বন্দুকৰ শব্দ হ'ব আৰু এটা পশু মাটিত ঢলি পৰিব।

কথাষাৰ ভাবি পল্লৱৰ আনন্দ লাগিল। সি অব্যক্তভাৱে প্ৰাৰ্থনা জনালে, "হে ঈশ্বৰ, আজি, কেৱল আজিৰ কাৰণে মোক এটা হত্যাকাৰীৰ মনোবল দিয়া। আজি যেন মোৰ লক্ষ্য অব্যৰ্থ হয়; আজি মোক এটা মানুহ হ'বলৈ দিয়া..."



## ॥ কচুশাকৰ ভেটি ॥

হাজাৰ হাজাৰ বোমা-বৰটোপৰ মেদিনী কঁপোৱা শব্দয়ো আমাৰ অন্তৰত এটা অকণমান কোণত নীৰৱে সাৰ পাই থকা একোটা সৰু শব্দক, এযাবি গুন-গুন কথাক স্তব্ধ কৰি দিব নোৱাৰে। হাজাৰ শঙ্কা, হাজাৰ মৃত্যুকো তল পেলাই ধ্বনিত-ৰণিত হৈ থাকে অন্তৰ্জগতৰ একোটি সৰু কথা, যাৰ হয়তো ভাষা নাই, কিন্তু অৰ্থ আছে, হয়তো অৰ্থ নাই, অনুভৱ আছে, হয়তো অনুভৱো নাই, আছে হিয়াৰ তেজৰ জগত মিলি থকা এটা ব্যাপ্ত সত্তা। সৌৰজগৎখনতকৈ সেইদেখিয়ে বোধকৰোঁ অন্তৰ্জগৎখন বেছি ডাঙৰ।

ভাবুক কবিসকলে এই সত্যটো কিদৰে উপলব্ধি কৰে মই নেজানো। মই কবি নহওঁ, ভাবুক একেবাৰে নহওঁ বুলি হয়তো ক'ব নোৱাৰোঁ। বাহিৰৰ আশ-পাশৰ জগৎখনে যেতিয়া ভাবিবৰ অকণকে অৱকাশ নিদিয়ে, অন্তৰখনে তেতিয়া কিবা কিছুমান ভাবৰ মাজত সোমাই নিজক চিনি পাবৰ হেঁপাহ জগাই তোলে। কিন্তু মোৰ ভবাত কোনো দাৰ্শনিকতা নাই। কোনো সংলগ্ন ধাৰা নাই। মোৰ ভাব জীৱনৰ থকা-খুন্দাত সঞ্চয় কৰা কিছুমান অসংলগ্ন স্মৃতি আৰু কল্পনাৰ সমষ্টি। মোৰ ভাববোৰ মোৰ নিজা বস্তু।

মই সাধাৰণ মানুহ। ডেকা মানুহ অৱশ্যে, কিন্তু একেবাৰে বিশেষত্বহীন এটা সাধাৰণ ডেকা মই। জগতৰ কোটি জীৱনৰ মহা উৎসৱত মোৰ কোনো স্বকীয়া অস্তিত্ব নাই। মই এটা গাঁতৰ বাহিৰত থকা গুড়ি-পৰুৱা। মোৰ ভাববোৰ এটা গুড়ি-পৰুৱাৰ সৰু মনটোৰ ভাববোৰৰ দৰেই নগণ্য।

ভাবিবৰ অৱকাশ নাই। উদ্দেশ্যহীনভাৱে কাম কৰি যাব লাগে। কাম মানে একো নকৰাকৈ থাকি থাকি হঠাৎ কিবা এটা কৰিবলৈ

যাব লাগে। কাম কৰা মানুহে বহুত দিন কাম কৰিবলৈ নোপোৱাকৈ থাকি হঠাৎ কিবা এটা কাম কৰিবলৈ পালে আনন্দ লাগে; যুদ্ধ-বন্দীৰ বাহিৰে আনে তাক অনুভৱ কৰিব নোৱাৰে। নিচিনা দেশ, নুবুজা ভাষা, বুজি নোপোৱা কাম। 'বিজয়ী সৈন্যৰ টোঁৱাই ৰখা বন্দুকৰ সন্মুখত মৰণৰ ক্ষণ গণি জীয়াই থকাৰ অইন যি গৌৰৱেই নেথাকক, সি জীৱন নহয়।

আমি একেলগে বন্দী হৈছিলোঁ চাৰে সাত শ'মান। এতিয়া তিনিশ সাতাইশটা আছোঁ। অলপ ইফাল-সিফাল কৰিলেই একে গুলীয়ে সিফলীয়া কৰি দিয়ে। বহুতে এইদৰে মৰি আনন্দ পায়। এদিন কটা বেয়া বুলি অভিযোগ তুলি অলপ চিঞৰ-বাখৰ কৰাৰ ফলত একত্ৰিশটাকৈ শাৰী পাতি থিয় কৰাই গুলী মাৰিলে, মোক নেমাৰিলে। খোৱাৰ কাৰণে মই কোনো দিন আপত্তি কৰা নাই।

বন্দীশালৰ বাহিৰৰ পৃথিৱীখন দেখিবলৈ নেপাওঁ। চাৰিওপিনে দুৰ্লঙ্ঘ্য শিলৰ দুৰ্গ। কেতিয়াবা বতৰ ফৰকাল থাকিলে আকাশখনলৈ চাওঁ। আকাশখন এজনী পাঁচ বছৰীয়া ছোৱালীৰ চকু দুটাৰ নিচিনা গাঢ়, শান্ত নীলা। এটা গভীৰ মৌনতাই আকাশৰ নীলা বুকুখন আচ্ছন্ন কৰি ৰাখে। আকাশখনলৈ চাই থাকি মোৰ ভাল লাগে। নীলা আৰু নীৰৱতা তাত একেঠাই হৈ পৰিছে। আকাশখনলৈ একেথৰে চাই থাকি মই সকলো পাহৰি যাওঁ। পাহৰি যাওঁ যে মই দূৰ দেশত পৰি থকা এটা দুৰ্ভগীয়া বন্দী, যে মোৰ সন্মুখত আছে মৃত্যু, যে মোৰ কাৰণে মূৰৰ ওপৰত এখন উদাৰ উন্মুক্ত আকাশ থকাৰ কোনো সাৰ্থকতা নাই।

বতাহত কেঁচা ঘাঁহৰ গোন্ধ আহে। জীৱনৰ সৃজনিশীলতাৰ নিঃশ্বাস তাত আছে। কেঁচা ঘাঁহৰ এই গোন্ধে মোক চঞ্চল কৰি তোলে।

আমাৰ দেশৰে আৰু ভালেমান বন্দী একেলগে থাকোঁ যদিও মোৰ ভাষা সিহঁতে প্ৰায়ে নুবুজে, সিহঁত দুই-চাৰিটাৰ ভাষা মই বুজোঁ। সেইদেখি বেছি ভাগ সময় মই মনে মনেই থাকোঁ।

দেশৰ কাৰণে যুদ্ধ কৰি দেশৰ মাটিত মৰা হ'লে হয়তো আমাৰ গৌৰৱণিত কোনোবাই এচটা শিল আমাৰ মৰিশালিৰ ওপৰত পুতি থ'লেহেঁতেন। হয়তো ভক্তিযুক্তৰ কোনোবা দেশ-প্ৰেমিকে আমাৰ সমাধিৰ কাষত বৈ এটা অকাৰণ হুমুনিয়াহ কাঢ়িলেহেঁতেন। হয়তো এপাহ বাটৰপৰা বিচাৰি অনা ফুল দলিয়াই গ'লহেঁতেন। কিন্তু আমাৰ মৃত্যু হ'ব শত্ৰুৰ দেশত। আমাক মাৰি, এটা মৰা বলিয়া কুকুৰ পেলোৱাদি ক'ৰবাৰ বাটৰ কাষৰ নৰ্দ্দমাত পেলাই দিব। সমগ্ৰ পৃথিৱীয়ে আমাক পাহৰি যাব।

তাতে মই এটা অখ্যাত, সাধাৰণ সৈনিক। এটা নগণ্য যুদ্ধ-বন্দী।

যুদ্ধ-বন্দীৰ কাৰণে বিশেষভাৱে উলিওৱা বাতৰি কাকত আমাক পঢ়িবলৈ দিয়ে। তাত আমাৰ দেশৰ বাতৰি অতি কম থাকে, থাকে জৰ্ম্মানী, জাপানী শক্তিসমূহৰ জয়ৰ চমকপ্ৰদ বৰ্ণনা। শত্ৰুশক্তি কেৱল জিকিছে, দেশে দেশে বিজয়ী অগ্ৰগতিৰ জয়-ঘোষণা। প্ৰতিটো বাতৰিয়ে আমাৰ মুক্তিৰ সম্ভাৱনা দূৰলৈ আঁতৰাই নিয়ে। অস্বস্তি লাগে, ইমান আগতে বন্দী হ'লোঁ কিয়। ইমান দূৰ দেশত পৰি থাকিবলগীয়া হৈছে কিয় ?

আকাশখনলৈ চাওঁ। তৰাবোৰে ল'ৰাকালৰ সাধুকথা কয়। তাৰে কেইবাটাও তৰাক মই চিনি পাওঁ। মোকেই চাবৰ কাৰণে সিহঁত ক'ৰবাৰপৰা আহে।

বাহিৰত ক'ৰবাত কুকুৰ এটাই ভুকে। তাৰ ভুকনিত মোৰ চিনাকি গাঁও এখনৰ এটা মৰম লগা গোন্ধ আছে। মোৰ বখীয়া মানুহবোৰৰ মাত মই নুবুজোঁ, কিন্তু কুকুৰটোৰ মাতটো মই বুজি পাওঁ। এই মাতটো মই আমাৰ গাঁৱতো শুনিছিলোঁ।

আমালৈ অহা বাতৰি কাকতখনত নানা বিজ্ঞাপন আছে। বাতৰি আৰু বিজ্ঞাপন আমাৰ কাৰণে একেই। মই পঢ়িব নেজানো।

ইংৰাজী ভাষাৰ বাতৰি কাকত আছে, কিন্তু বাতৰি কাকতৰ ভাষা কঠিন, মই নুবুজোঁ। মোৰ লগৰ এজনে পঢ়ি শুনায়।

বাতৰি জানি কি লাভ? পৃথিৱীৰ কোনো বাতৰিয়ে আমাক মৰণৰপৰা সকৰাব নোৱাৰে। এদিন কোনোবা এজন ডাঙৰ সেনাপতিৰ এটা অৰ্ডাৰ আহিব আৰু আমি শেষ হৈ যাম।

কিন্তু আমাৰ লগৰে দুই-চাৰিজন আছে, তেওঁলোকে বাতৰি কাকতখনৰ কাৰণে হামৰাও কাঢ়ি থাকে। তাৰে এজন ছাত্ৰ। বিশ্ববিদ্যালয়ৰ বিজ্ঞানৰ ছাত্ৰ আছিল। পঢ়া শেষ নকৰাকৈয়ে যুদ্ধত যোগ দি বন্দী হ'ল। এজন কোনোবা এটা প্ৰাদেশিক চৰকাৰৰ প্ৰচাৰ বিভাগৰ তলতীয়া বিষয়া আছিল আৰু এজন আছিল পুলিচৰ তলখাপৰ কৰ্ম্মচাৰী। কিয় নাজানো এওঁলোকৰ বাতৰি কাকতৰ কাৰণে এটা উদগ্ৰ হেঁপাহ আছিল। নেজানো বাতৰিবোৰ জানি কি দেশ উদ্ধাৰ কৰিব!

মই নিৰ্ব্বিকাৰ। আপোনালোকে হয়তো জানিব খুজিছে যুদ্ধত যোগ দিয়াৰ আগতে মই কি কৰিছিলোঁ, কি আছিলোঁ, কিয় আৰু কেনেকৈ যুদ্ধত যোগ দিবলৈ পালোঁ। কিন্তু তাক জানি কাৰো লাভ নহয়, তাক সুঁৱৰিলে মোৰ মাথোন আৰু সোনকালে মৰিবৰ ইচ্ছা হয়।

মোৰ অতীতক মই নোসোঁৱৰোঁ। জোৰ কৰি মই নিজক অতীতৰপৰা আঁতৰাই ৰাখোঁ, এটা সক গুড়ি-পকুৱাৰ অতীতটোও এটা অকণমান সৰু কথা। জগতত আমাৰ কাৰণে কোনো অলৌকিক কাণ্ড নঘটে।

বিশ্ববিদ্যালয়ৰ ছাত্ৰজনে কিন্তু একান্তভাৱে বিশ্বাস কৰে যে অলপতে অভাৱিতপূৰ্ব্ব কিবা এটা ঘটিব আৰু তাৰ ফলস্বৰূপে আমাৰ বন্দীসকলৰ সকলো হুৱাৰ মুকলি হৈ যাব আৰু আমি আকৌ মুকলি আলিবাটৰ যাত্ৰী হ'ম। জীৱনৰ ওপৰত গভীৰ বিশ্বাস থকাৰ কাৰণেই হয়তো সেই ডেকাজনে এইদৰে অসম্ভৱৰ

সম্ভাৱনাৰ সপোন দেখে। মোৰ পুত্তৌ বা ঈৰ্ষা একোৱেই নহয়। সকলোৱে নিজৰ নিজৰ মতে ভাবিবৰ এটা স্বতন্ত্ৰবীয়া অধিকাৰ আছে, ভাবক।

গঁৱালটোৰ ভিতৰত টোপনি নহা ৰাতিটোৰ লগত যুঁজ-বাগৰ কৰি পৰি থাকোঁ। টোপনি যোৱাৰেই বা কি লাভ, মাত্ৰ সাগৰৰ এটা সৰু ঢৌৰ দৰে শেষ হৈ যাম। মাৰ যোৱা ঢৌৰ টোপনি অহা বা টোপনি নহালৈ কোনোৱে চিন্তা নকৰে।

টোপনি নাহে। চকু মুদি থাকোঁ। কিন্‌কিনীয়া ৰৰষুণ দিয়ে। পৃথিৱীখন গহীন হয়। দুখবোৰে হিয়াখন ভাঙি নিয়ে, বোবা বেদনা কিছুমানে অধীৰ কৰি তোলে। বন্দী হোৱাৰ বেদনা, আসন্ন মৃত্যুৰ কাৰণে জানি-শুনি প্ৰতীক্ষা কৰি থকাৰ বেদনা।

তথাপি সৈনিক হোৱাৰ কাৰণে অনুতাপ বা অনুশোচনা নহয়। হয়তো মোৰ কাৰণে আৰু অন্য পথ নাছিল। ছন্নছাড়া জীৱনত মৃত্যুৰ কাষত আশ্ৰয় লোৱাৰ বাহিৰে গত্যন্তৰ নাছিল। সৈনিক হ'লোঁ। মৃত্যুৰ স'তে মিতালি কৰিলোঁ। পৰিণামৰ কাৰণে আগতেই দস্তখত লিখি দিলোঁ।

অকলশৰে বহি মই মোৰ চকুৰ আগেদি লানি পাতি বগাই যোৱা এদল পকৱালৈ চাই আছিলোঁ। সিহঁতৰ গতিৰ কি যেন এটা উদ্দেশ্য আছে।

মোৰ কাষত সেই বিশ্ববিদ্যালয়ৰ ছাত্ৰজন আৰু সেই প্ৰচাৰ বিভাগৰ মানুহজন হঠাৎ চঞ্চল হৈ উঠিল। তেওঁলোকৰ হাতত এখন বাতৰি কাকত।

মই কাষ চাপি গ'লোঁ। প্ৰসঙ্গটো জানিবৰ বিশেষ আগ্ৰহ নাছিল, তথাপি তেওঁলোকৰ ঔৎসুক্য দেখি মই কথাটো জানিবলগীয়া যেন পালোঁ।

"কি হ'ল হে ?" উৎকণ্ঠা প্ৰকাশ নকৰি সুধিলোঁ, আমাৰ হঠাৎ মুক্তিৰ সংবাদ নিশ্চয় এইদৰে নাহে।

সিহঁত দুয়োটাৰ মুখত অৱৰ্ণনীয় বিস্ময়। অলপ হতভম্ব হৈ মই সিহঁতৰ মুখলৈ চালোঁ।

"কিন্তু কোন ওলাব ?"

"হয়তো এইটোও হত্যা কৰাৰ আন এটা ফন্দি।"

"কিন্তু হত্যা কৰিবলৈ এনে কৰিব লাগিছে কিয় ? এনেয়েতো মাৰিব পাৰে।"

"এনেয়েনো আৰু কিমান মাৰিব। হত্যা কৰাতো অলপ মজা থাকিব লাগে। এয়া তাৰেই ব্যৱস্থা।"

"কিন্তু যাবই লাগিব বুলিতো কাকো জোৰ কৰা নাই। কোনোবাই যদি স্বইচ্ছাই যায়, তেহে—"

"তোমালোকে কিহৰ কথা কৈছা ?" অগত্যা মই সুধিলোঁ।

"এৰা, এৰা, এওঁক কোৱা হে। এইবোৰৰ কাৰণে এওঁ হে ঠিক মানুহ।" ছাত্ৰজনে ক'লে।

"খেমালি থোৱাচোন। সাধাৰণ কথা নহয় এইটো।"

"হেৰা, ইয়াতকৈ যে আৰু বেছি কিবা সাধাৰণ কথা থাকিব পাৰে, মই ভাবিবই নোৱাৰোঁ।"

"মোকো কোৱাঁচোন, তোমালোকে কি কৈ আছা, মই একো বুজিব পৰা নাই।" অনুৰোধৰ সুৰত মই ক'লোঁ।

লেমটোৰ পাতলীয়া পোহৰটোৰ তলত বাতৰি কাকতখনৰ পৃষ্ঠা এটা মোলৈ ধৰি ছাত্ৰজনে ক'লে, "এই চোৱা বিজ্ঞাপন—"

"বিজ্ঞাপন !" মই দমি গ'লোঁ। বিজ্ঞাপন এখন লৈ এইদৰে অধৈৰ্য্য হোৱা এজন যুদ্ধ-বন্দীৰ পক্ষে অশোভন।

মই বিস্ময়েৰে সিহঁত দুটাৰ মুখলৈ চালোঁ।

অলপ পৰ তিনিও নিমাত।

আমি তিনিওটি যেন এটা পুৰণি মৰিশালিৰ ভিতৰত সোমাই আছোঁ। আমি তিনিওটি যেন কাহানিবাই মৰি কাঠ হোৱা তিনিটি মৰা শ

নিস্তব্ধতা ভঙ্গ কৰি মরে আকৌ সকলৈ ক'লোঁ, "কিহৰ বিজ্ঞাপন-তোমালোকে নক'লা নহয় ?"

ছাত্ৰজনে এইবাৰ বিজ্ঞাপনখন পঢ়িবলৈ ধৰিলে—ধৰ ধীৰে ধীৰে।

"আমাৰ বন্দীশালৰপৰা ভালেমান নিলগত কোনোবা এটা কপচুৱা বৰফে ঢকা নীলা পাহাৰৰ ওপৰত এটা 'চেনাটৰিয়াম' আছে। তাৰ লগতে আছে কেন্সাৰ ৰোগৰ জীৱাণু সম্পৰ্কে গৱেষণা কৰা এটা গৱেষণাগাৰ—The National Cancer Research Institute. তাত অভিজ্ঞ চিকিৎসাবিদ্ আৰু গৱেষকসকলে কেন্সাৰ ৰোগ সম্পৰ্কে মহৎ গৱেষণাৰ কাম কৰিছে। কেন্সাৰৰ জীৱাণু কেনেকুৱা—ই সংক্ৰামক হয় নে নহয়, ইয়াক কিহেৰে নিৰ্ম্মূল কৰা যায় এইবোৰৰ গভীৰ বিচাৰ্চ তাত চলিছে।"

তাৰ পিছত ছাত্ৰজনে পঢ়ি মোক বুজাই দিলে—"সেই গৱেষণাগাৰে কেন্সাৰ সম্পৰ্কে অতদিনে বান্দৰ, গিনিপিগ্ ইত্যাদিক লৈ বিচাৰ্চ কৰিছিল। কিন্তু এতিয়া গৱেষকসকলে জীৱন্ত মানুহ লৈ গৱেষণা কৰিব খুজিছে। তাৰ কাৰণে যুদ্ধ-বন্দীসকলৰপৰা ভলন্টিয়াৰ বিচৰা হৈছে।"

"ভলন্টিয়াৰ ? মই নুবুজাৰ কাৰণে সুধিলোঁ।

"ওঁ, তাৰ মানে যিবিলাক যুদ্ধ-বন্দীয়ে নিজ ইচ্ছাতে নিজৰ শৰীৰটো কেন্সাৰ এক্স্‌পেৰিমেণ্টৰ কাৰণে দিব, তেনে বন্দী বিচাৰিছে। তেওঁক বন্দীশালৰপৰা মুক্ত কৰি দিয়া হ'ব আৰু সেই চেনাটৰিয়ামৰ লগত থকা গৱেষণাগাৰলৈ পঠিয়াই দিয়া হ'ব। অইন ৰোগ থাকিলে তাৰপৰা মুক্ত কৰি লৈ সেই মানুহবিলাকৰ গাত কেন্সাৰৰ জীৱাণু ভৰাই দিয়া হ'ব, তাৰ পিছত তাক কিহেৰে কেনেকৈ আৰোগ্য কৰিব পাৰি তাৰ গৱেষণা কৰিব। যিসকলে স্বইচ্ছাই যাব খোজে, তেওঁলোকে লগত দিয়া ফৰ্মখন পূৰাই বন্দীশালৰ তত্ত্বাৱধায়ক বিষয়াৰ হাতত দিলেই হ'ব।"

মোৰ হাঁহি উঠা যেন পালোঁ। এওঁলোক দুজন এতিয়াও অজলা

হৈয়েই আছে। এই বাতবিটোত এনে কি বিশেষ কথা আছে যাৰ কাৰণে এওঁলোকে কৌতূহল বোধ কৰিব লাগে।

"সেই ডাক্তৰবোৰৰ কাৰণে গিনিপিগ আৰু আমি একে বস্তু। আমাক লৈ কেন্সাৰৰ গৱেষণা কৰিব। তাৰপৰা আমাৰ মৃত্যুৰ বাহিৰে আৰু কাৰ কি লাভ হ'ব?" প্ৰচাৰ বিভাগৰ সেই বিষয়াজনে ক'লে।

"কিয়, প্ৰচুৰ লাভ হ'ব! যদি আমাৰ ওপৰত গৱেষণা চলাই কেন্সাৰ নিবাৰণৰ উপায় উদ্ভাৱন কৰিব পাৰে, তেন্তে পৃথিৱীৰ লাখ লাখ মানুহক কেন্সাৰৰপৰা ৰক্ষা কৰিব পৰা হ'ব। মোৰ মনেৰে এই কামলৈ ভলন্টিয়াৰ হোৱাটো এটা মহৎ 'হিউমেনিটেৰিয়ান' কাম।"

সিহঁত দুটাই তাতে আৰু ভালেমান পৰ কিবাকিবি কথা পাতিলে। মই উঠি আহিলোঁ।

চেঁচা বিচনাখনত ওপৰলৈ মুকৈ পৰি খহটা বাগখনেৰে চকু-মুখ ঢাকি মই পৃথিৱীৰ সকলো কথা পাহৰি টোপনি যাবৰ চেষ্টা কৰিলোঁ।

ফৰ্মখন পুৰাই চহী কৰি দিব লাগে। সেইটো কি ডাঙৰ কথা। 'হিউমেনিটেৰিয়ান' কাম, মহৎ কাম। যুদ্ধ-বন্দী হিচাপে এনেই গুলী খাই মৰাতকৈ কপছুৱা বৰফে ঢকা নীলা পাহাৰৰ ওপৰৰ 'চেনাটৰিয়ামৰ' লগত থকা গৱেষণাগাৰত ডাক্তৰৰ হাতত লাহে লাহে মৰা কি বেয়া। ডাক্তৰবোৰতো সৈনিক নহয়, সিহঁতে আমাক গুলীয়াই নেমাৰে। বেমাৰৰ বীজ সুমুৱাই দি আৰোগ্য কৰিবৰ চেষ্টা কৰিব। অৱশ্যে বহুত মৰিব! মৰিবই তো। যুদ্ধত জানো নমৰে— হেজাৰে হেজাৰে, লাখে লাখে কিয় মৰে, যুদ্ধক্ষেত্ৰৰ সৈন্যবোৰ কিয় মৰে, যুদ্ধক্ষেত্ৰৰ বাহিৰত থকা শিশু, বুঢ়া, তিৰোতা আৰু অসামৰিক মানুহক জীয়াই ৰাখিবৰ কাৰণেইতো এটা দল আগবাঢ়ি আছে মৰিবৰ কাৰণে।

…আকাশখনতকৈও গভীৰ নীলা পাহাৰ, বাস্তিতকৈও বেছি নিবিড়, বেছি অনন্ত। জুবিটোৰ পানীবোৰ ইমান চাকা, তলৰ বগা, বগা, শিলগুটিবোৰ ফট্‌ফটীয়াকৈ দেখি। বাতিপুৱা ভাঠ সেউজীয়া পাতৰ গছ-লতাবোৰৰ মাজেদি জোঙা জোঙা ৰ'দবোৰ আহি জুবিটোত পৰেহি। চৰাই এটাই গান গায়। বুঢ়া বৰগছজোপাৰ খোৰোংটোৰপৰা গুঁইজনীয়ে মুখ উলিয়াই চায়। বন-কলবোৰৰ পাতৰ মাজত অহামালটোৱে লগৰী লৈ উমলি ফুৰে। অহামালৰ গোন্ধ তাৰ গাৰপৰা ওপঙি আহে।

জুৰিৰ পাৰৰ সৰু ঘৰটোৰ দুৱাৰ-খিৰিকীবোৰ মেলি দিওঁ, ৰ'দ আৰু এজাক কোমল বতাহ ভিতৰলৈ সোমাই আহে।

মীনাৰ বিচনাখনত ৰ'দ পৰে। মীনাৰ শেঁতা পৰা মুখখনতো ৰ'দ পৰে। মীনাৰ ডিঙিৰ ওচৰৰ ঘাডোখৰ বাহ্মি থোৱা কাপোৰ-ডোখৰত গোট মৰা তেজবোৰতো বঙা ৰ'দ পৰে।

জুৰিৰ নাচি নাচি যোৱা সৰু সোঁতটোত প্ৰাণ আছে। পুৱাৰ ৰ'দজাকত প্ৰাণ আছে। আকাশৰ উন্মুক্ত নীলাবোৰত অজস্ৰ প্ৰাণৰ ব্যাপ্তি আছে। কিন্তু প্ৰাণৰ শঁফুৰা কেৱল উদি হৈ আহিছে—মীনাৰ।

আবেলিৰ কুঁৱলীয়ে ঢকা বাতি ষ্টেচনটোত নামি মই অইন এখন বেলৰ কাৰণে অপেক্ষা কৰিছিলোঁ। ষ্টেচনৰ একাষত দেখা পালোঁ এজনী ছোৱালী; খীণ, ধুনীয়া আৰু শান্ত। মিলিটাৰিৰ চাকৰিত মই ভেভিয়াও সোমোৱা নাছিলোঁ।

কেও-কিছু নোহোৱা ছোৱালীজনী মই কোৱা মাত্ৰে মান্তি হ'ল মোৰ লগত আহিবলৈ। তাই হয়তো কোনো সহৃদয় যাত্ৰীৰপৰা তেনে এটা আহ্বানৰ কাৰণেই বাট চাই আছিল।

বেলত উঠাৰ অলপ পৰৰ পিছতে তাই শুই পৰিছিল। তাইৰ মূৰত কাপোৰ নাই, কিন্তু ডিঙিত এখন স্কাৰ্ফ মৰা। হয়তো জাৰতে তাইৰ মুখখন শেঁতা পৰিছিল। তাইৰ লাহী হাতকেখন জাৰত

ঠেবেঙা আগিছিল, মই হাত দুখন ধৰি থাকিলোঁ। মীনা বৈ আছিল হেৰাই যোৱাৰ বাটত। সেই হেৰাই যোৱাৰ বাটতে লগ পাই বুটলি আনিছিলোঁ কণ্ঠা মীনাক!

তাৰ আগতে মিলিটাৰি কামৰ কাৰণে দৰখাস্ত কৰিছিলোঁ। বহুত বিফলতা আৰু বিতৃষ্ণাই জীৱনৰ প্ৰতি মোৰ সকলো মমতা শেষ কৰি আনিছিল। পিতাৰ একমাত্ৰ পুত্ৰ আছিলোঁ, উচ্ছৃঙ্খল হৈ ডাঙৰ হ'লোঁ, পঢ়া-শুনা নকৰিলোঁ। দেউতা ঢুকালত, মাই মই বেজাৰ পাম বুলিয়েই কোনো কামতে বাধা নিদিলে। ডাঙৰ হ'লত চৰিত্ৰহীন বুলি সকলো ঘৃণা আৰু অৱজ্ঞা মূৰ পাতি ল'বলগীয়া হ'ল। এবাৰ চৰিত্ৰহীন বুলি জনাজাত হোৱাৰ পিছত আৰু মোৰ অন্য পৰিচয় দিবৰ কোনো পথ নাছিল।

মা ঢুকাল! দেউতাৰ সকলো সম্পত্তি মোৰ হাতত পৰিল। দুয়োহাতে ধন-পইচা খৰচ কৰিলোঁ, তথাপি সমাজৰ সন্মান লাভ কৰিব নোৱাৰিলোঁ।

বিৰক্তি উপজিল, নিজৰ ওপৰত পৰম অশ্ৰদ্ধা হ'ল। নিজকে ঘিণ কৰিবৰ ইচ্ছা হ'ল। আত্ম-প্ৰতিষ্ঠাৰ অদম্য হেঁপাহত মিলিটাৰিত যোগ দিয়াৰ চিন্তা কৰিলোঁ। সমাজৰ মাজত জীয়াই থাকিবৰ কোনো আকৰ্ষণ নাছিল।

হঠাৎ মীনাক লগ পাইছিলোঁ। মীনা আছিল মোৰ সম্পূৰ্ণ বিপৰীত। মীনাৰ জীয়াই থকাৰ কোনো সম্বল নাছিল। কিন্তু তাইৰ আছিল জীয়াই থকাৰ অদম্য, উদগ্ৰ হেঁপাহ। শুকাই যোৱা নিস্তেজ শীণ দেহাটো লৈ তাই মৃত্যুৰ বিৰুদ্ধে জীৱনৰ সংগ্ৰাম কৰিছিল।

মীনাক মই লগ পালোঁ। কুঁৱলীৰ আন্ধাৰৰ মাজত, মৃত্যু-শীতল শীতৰ মাজত অভাৱনীয়ভাৱে মীনাক লগ পালোঁ। মীনাৰ কাতৰ চকু দুটাই বিনীত প্ৰাৰ্থনা জনালে—'মই জীয়াই থাকিব খোজোঁ। মোক চোৱা। তোমাৰ শক্তি আছে, সামৰ্থ্য আছে, তুমি মোক ৰচাব পাৰিবা। মোক মৰিবলৈ এৰি নিদিবা।'

অবিবেচকৰ দৰে ময়ো সন্মত হ'লোঁ, মীনাক মই জীয়াই ৰাখিম, মৰিবলৈ এৰি নিদিওঁ।

দেখিলোঁ, মীনাক বচাব লাগিলে ময়ো জীয়াই থাকিব লাগিব।

মৰণ নিশ্চিত জানিও জীয়াই থাকিবৰ সংগ্ৰাম কৰা কি মৰ্ম্মন্তুদ! জীৱনৰ ডালে-পাতে ধৰি বৈ যাবৰ কাৰণে মৰণশীল মানুহৰ কি একান্ত, অপৰিসীম আগ্ৰহ।

ওচৰ-পাঁজৰৰ ডাক্তৰসকলে মীনাৰ অৱস্থা দেখি নিৰাশ হ'ল। মোক মিছা সান্ত্বনা দিলে, "কোনো চিন্তা নকৰিবা। মীনা ভাল হ'ব।"—কিন্তু চিন্তা নকৰিবৰ উপায় জানো আছিল?

ময়ো সৰ্ব্বান্তঃকৰণে আশা কৰিছিলোঁ—মীনা ভাল হৈ উঠক, মীনা জী উঠক। কাৰণ মীনাই মোক ঘিণ নকৰে, মীনাই মোক পশু বুলি নেভাবে, মীনাই মোক মৰম কৰে, মীনাই মোক ভাল পায়। মৰণৰ দুৱাৰ-দলিত বৈ জীৱনৰ ফালে সতৃষ্ণ নয়নে ঘূৰি চোৱা মীনাই মোক ভাল পোৱাৰ কোনো সাৰ্থকতা নাই। কিন্তু মীনা আছিল এপাহ বাতি ফুলা সক ফুল, বেলিৰ পোহৰ গাত নৌ-পৰোঁতেই মৰহি যাব, লেবেলি যাব। সেইবুলি জানো ফুলপাহক ভাল লাগিব নেপায়?

ভৈয়ামত নহ'ল। পৰ্ব্বতৰ ওপৰত অচিনাকি জুৰিটোৰ পাৰলৈ মীনাক লৈ আহিলোঁ। বহুতে মোৰ মগজুৰ বিকৃতি ঘটিছে বুলি ভাবিছিল। পৰিচয়হীন এজনী ৰুগীয়া ছোৱালীক বচাবৰ কাৰণে মই যি কৰিছোঁ, সি বলিয়ালিৰ নামান্তৰ।

কিন্তু জীয়াই থকাটোৱেই জানো এটা অশ্লীল পাগল নহয়? নাটঘৰত বজা হোৱাৰ আৰু এখন ৰাজ্যৰ বজা হোৱাৰ পাৰ্থক্য ক'ত?

সপ্তাহত দুবাৰকৈ ডাক্তৰে মীনাক চাই যায়হি। ঔষধ দি যায়, পথ্যৰ ব্যৱস্থা দি যায়। মীনাক লাগে প্ৰচুৰ জিৰণি আৰু শান্তি।

'মীনাৰ সকলো ভালে আছে'—ডাক্তৰে কয়। ঘাডোখৰ শুকাই গ'লেই মীনা ভাল হৈ উঠিব। ঘাডোখৰৰ মাজেদি এটা কুমটিৰ দৰে মৰণে মীনাৰ প্ৰাণটোৰ মাজলৈ যাবলৈ গাঁত খান্দিছে—মই সিমানখিনিয়েই বুজিছিলোঁ।

মীনাৰ সকলো ভালে আছে; গভীৰ নীলা চকু দুটা, এটা শান্ত করুণ হাঁহি বিৰিঙি থকা ওঁঠ দুটা আৰু সাগৰৰ দৰে পাৰ ওপচা ভালপোৱাৰে ভৰা হৃদয়খন—সকলো ভালে আছে। কিন্তু প্ৰাণৰ ঘৰটোত ঘুণে ধৰিছে।

বেদনাত ছটফটাই থাকি থাকি শেহৰাতি মীনা টোপনি যায়। মোৰ ভয় লাগে। জানোচা মীনাই টোপনিৰপৰা সাৰ নোপোৱা হৈ যায়!

আমাৰ সৰু ঘৰটোৰ দুৱাৰ-খিৰিকী মেলা থাকে। মই বাহিৰলৈ ওলাই আহোঁ। দেখোঁ এখন মনে মনে থকা আকাশ, এখন মনে মনে থকা পৃথিৱী। গোটেই বহল আকাশ আৰু মুকলি পৃথিৱীখনত মোৰ লগত কথা পাতোঁতা কোনো নাই। মই অকলশৰীয়া, মীনা আছিল কিন্তু মীনাৰো এতিয়া অলপ টোপনি আহিছে।

কিন্তু অসীম নীৰৱতাৰ বুকুত মোৰ প্ৰাণটোৱে হঠাৎ কথা কৈ উঠে। মোৰ হৃদয়খনে হঠাৎ গীত গাই উঠে। মোৰ অনুভূতিত যেন কি এটা পৱিত্ৰ, উদাৰ আনন্দময় সোণালী পৰশ লাগিছে!

মোৰ ওপৰত আস্থা পালি মীনা টোপনি হৈছে। মীনাই মোক মানুহ বুলি ভাবিছে। মীনাই হয়তো মোৰ কাৰণে জীয়াই থকাৰ সংগ্ৰাম কৰিছে।

নিজকে মোৰ এটা বেলেগ মানুহ, এটা নতুন মানুহ যেন লাগে। একো পোৱাৰ আশা নথকা সত্ত্বেও মই মীনাক ভাল পাইছোঁ।

বাহিৰৰপৰা আকৌ মীনাৰ কাষলৈ উঠি আহোঁ। সৰু

সকলৈ উশাহ লওঁতে কঁপা মীনাৰ ধুনীয়া নাকৰ পাহিদুটালৈ একেথৰে চাই থাকোঁ।

জীৱনত ইমান গভীৰ মোহ আছে !···

চাৰিওপিনে শিলৰ দুৰ্ল্লঙ্ঘ্য প্ৰাচীৰ। ছাত্ৰজন আৰু সেই প্ৰচাৰ বিভাগৰ বন্ধুজনৰ টোপনি। মোৰ আজি টোপনি অহা নাই। শোৱাৰপৰা উঠিলোঁ। সিহঁত দুটাৰ কাষতে সেই বিজ্ঞাপন থকা বাতৰি কাকতখন পৰি আছিল। লাহেকৈ গৈ বাতৰি কাকতখন তুলি আনিলোঁ। দুৰ্ব্বল হ'লেও লেমৰ পোহৰ আছিল। ফৰ্মখন উলিয়াই ল'লোঁ। সকলো কথা ছপাত লিখাই আছে। চহীটো কৰি দিলেই হয়। মৰিবৰ কাৰণে চহী কৰিবৰ সময়ত আকৌ চৰ্ত্ত বিচৰাৰ প্ৰয়োজন কি ?

কাগজখন লৈ বিচনালৈ গুচি আহিলোঁ। আকৌ শুবৰ চেষ্টা কৰিলোঁ! বাতৰি কাকতখন গাঁৰুৰ তলত সুমুৱাই থ'লোঁ।

ডেকা ছাত্ৰজনৰ টোপনি। হয়তো তাৰ মুক্ত আত্মাটোৱে কোনোবা এখন দূৰ দেশত কাবোবাৰ লগত ঘুৰি ফুৰিছে। য'ত মৃত্যুৰ ভয় নাই, শিলৰ প্ৰাচীৰ নাই, ক্ৰুদ্ধ বিদেশী সৈনিকৰ বৰ্ব্বৰতা নাই।

তালৈ মোৰ মৰম লাগিল। আৰু মৰম লাগিছিল জীৱনক ভাল পোৱা সেই প্ৰচাৰ বিভাগৰ কৰ্ম্মীজনলৈ। বাহিৰত ক'ৰবাত তেতিয়াও কুকুৰটোৱে ভুকি আছিল। তালৈকো মোৰ মৰম লাগিল। মানুহৰ বেদনাবোৰৰ দৰে সিও সদায় সাৰ পাই থাকে।···

ৰূপহুৱা বৰফে ঢকা নীলা পাহাৰটোৰ ওপৰত ধুনীয়া 'চেনাটৰিয়ামটো'। নানা ৰকম যন্ত্ৰ-পাতি। লেবৰেটৰিত বেমাৰৰ জীৱাণু ধৰি ৰখা কিবাকিবি বটল, টিউব! জীৱাণু ধৰা কিজানি কেনেকুৱা যন্ত্ৰ! দীঘল দীঘল চোলা পিন্ধা, তপা-মূৰীয়া, জোঙা-নাকীয়া ডাক্তৰবোৰ। তেওঁলোকে মুখেৰে একো নেমাতে, গহীন হৈ অহা-যোৱা কৰে। যন্ত্ৰ-পাতিবোৰ লাৰে-চাৰে।

নাৰ্চবোৰেও একো নেমাতে।

হাতখন বা ভিডিটো বা বুকুখন ডাক্তৰজনৰ কালে আগবঢ়াই দিম। ডাক্তৰে বটলত সুমুৱাই ৰখা কেন্সাৰৰ চকুৰে নেদেখা জীৱাণুবোৰ মোৰ গাত সুমুৱাই দিব। মোৰ হয়তো জ্বৰ উঠিব, হয়তো বিষ হ'ব, হয়তো মূৰ ঘূৰাব। হয়তো অলপ সময়ৰ কাৰণে মই মূৰ্চ্ছা যাম।

লাহে লাহে মোৰ গাত কেন্সাৰৰ ঘা বিবিঙি উঠিব! হয়তো ডিঙিতে হ'ব সেই ঘা, যি ঠাইত মীনাৰ হৈছিল। বাঁওকাণখনৰ তলতে চুটি চুটি চুলি থকা সেই ডিঙিডোখৰতে।

মোৰ গাত কেন্সাৰ হোৱা দেখি ডাক্তৰসকলৰ মুখত আনন্দৰ হাঁহি বিবিঙি উঠিব।

তাৰ পিছত তেওঁলোকে আৰম্ভ কৰিব আৰোগ্য কৰাৰ পৰীক্ষা। মই এটা গিনিপিগ্, এটা নিগনি।

এয়েই সুযোগ। জীৱনত মানুহ হোৱাৰ ইয়াতকৈ ডাঙৰ সুযোগ মোৰ কাৰণে আৰু নাহে। মই বুজিব পাৰিম কি কষ্ট, কি বেদনাৰ স'তে যুঁজি জীয়াই আছিল মীনা! হয়তো মোৰ মাজেদিয়ে পৃথিৱীৰ এটা ডাঙৰ আৱিষ্কাৰ সম্ভৱ হৈ উঠিব। এজন ডাক্তৰৰ নাম জগতৰ বুৰঞ্জীত যুগমীয়া হৈ যাব! তেওঁ আৱিষ্কাৰ কৰিব দুৰাৰোগ্য কেন্সাৰ বেমাৰ আৰোগ্য কৰাৰ উপায়। পৃথিৱীৰ লাখ লাখ ৰোগী মৃত্যু আৰু মৰণ-কষ্টৰপৰা ৰক্ষা পৰিব, হেজাৰজনী মৰামুখী মীনাই প্ৰাণ ঘূৰাই পাব। মোৰ নিচিনা লাখ দুৰ্ভগীয়াই মৰম হেৰুওৱাৰপৰা ৰক্ষা পৰিব।

এয়েই সুযোগ। মই অতি সৰু মানুহ। মই এটা গিনিপিগ্, এটা গুড়িপৰুৱা। পৃথিৱীক দি যাবলৈ মোৰ একো নাই, মানুহলৈ এৰি যাবলৈ মোৰ একো নাই। কিন্তু মোৰ জীৱনটোৰ বিনিময়ত যদি পৃথিৱীৰ এজনী মীনাৰো প্ৰাণ ৰক্ষা পৰে, পৃথিৱীৰ এটা বেদনাহত প্ৰেমিকৰো আশা ঘূৰি আহে, মোৰ জীয়াই থকা আৰু মৰা দুয়োটাই সাৰ্থক হৈ উঠিব।

দুৰ্ভগীয়া যুদ্ধ-বন্দীৰ দিবলৈ আৰু কি আছে।

······মীনাৰ চকুহুটা ক্ৰমে নিস্তেজ হৈ আহিছিল। শেঁতা পৰা ওঁঠহুটা অলপ অলপকৈ কঁপিছিল। কাষতে বহি মই ভাগি যোৱা বুকুখনত হেঁচি ৰাখি নকন্দাকৈ থাকিবৰ চেষ্টা কৰিছিলোঁ।

লাহেকৈ মাতিছিলোঁ, "মীনা—"

গাৰ সকলো শক্তি গোটাই মীনাই মোৰ মুখলৈ চাই লাহে লাহে কৈছিল, "কেপ্তাৰ বেমাৰ ভাল নহয়।"

মই বাধা দিছিলোঁ, "তুমি কথা নক'বা।"

"অলপ কওঁ। বেছি কথা ক'বৰ সময়ো নাই, শক্তিও নাই।"

তাৰ পিছত মোৰ চকুত চকু আনি মীনাই সুধিছিল, "তুমি মোক ভাল পোৱা নহয়?"

মই মাতিব নোৱাৰিছিলোঁ। লাহে লাহে মীনাই কৈছিল, "তুমি নক'লেও মই জানো।"

আমাৰ জগৎখনত আছিলোঁ কেৱল মই আৰু মীনা।

"মই নাথাকিলে তুমি নামাতিবা দেই। তুমি মোক ভাল পাব পাৰিছা যেতিয়া তুমি পৃথিৱীত বহুত ডাঙৰ কাম কৰিব পাৰিবা।"

"ডাঙৰ কাম, মীনা?"

মই বুজিছিলোঁ মীনাই ক্ৰমে ভ্ৰম বকিবলৈ আৰম্ভ কৰিছে।

মই একো নক'লোঁ।

"তুমি মৰিবলৈ ওলাইছিলা, কিন্তু মোৰ কাৰণেই তুমি জীয়াই থাকিলা, মই মৰিম—"

"ছিঃ মীনা—"

"ওঁ, মই বুজিছোঁ, মই মৰিম। কিন্তু তোমাক যে মই ভাল পাইছিলোঁ তাকে মনত লৈ মৰিম। তুমি বহুত ভাল কাম কৰিব

পাৰিবা। বহুত ডাঙৰ কাম কৰিব পাৰিবা। তুমি ভাল পাব জানা নহয়।"

মীনাক কথা ক'বলৈ নিদিলোঁ। দুৰ্ব্বল ছোৱালীজনীয়ে কিমান যে কথা ক'বলৈ বিচাৰে। আৰু মোক এইবোৰ কথা কোৱাৰেইবা কি লাভ? মই এটা অমানুহ, মই এটা পশু। মীনাক ভাল পোৱাৰ বাহিৰে অইন কোনো ভাল কাম মই কৰিব নেজানো, নিশিকিলোঁ।......

প্ৰেমৰ প্ৰেৰণাই আমাক মহৎ কাম কৰিবলৈ শক্তি দিয়ে নেকি?

তেন্তে মই পশুৰপৰা গিনিপিগ্ হ'বৰ চেষ্টা নকৰিম কিয়?

মোৰ মীনা আৰু নেবাচে, কিন্তু অইন হেজাৰজনী মীনা বাচিব, এটা গুড়িপকৰাই তাতকৈ বেছি আৰু কি কৰিব পাৰে।

হয়তো সেই কপহুৱা বৰফে ঢকা নীলা পাহাৰটোৰ ওপৰত থকা চেনাটৰিয়ামটোৰ কাষৰ লেবৰেটৰিটোৱেই মোৰ তীৰ্থস্থান। ৰাতৰি কাকতৰ সেই ফৰ্মথন পৃথিৱীৰ আন কাৰো কাৰণে অহা নাই, আহিছে মোৰ কাৰণে। অইন কাৰো কাৰণে নহয়।



॥ সংবাদ ॥

চান্দাদৰ স্বৰ্গ মাটিৰ তলত পোত গ'ল।

ৰাৱণৰ স্বৰ্ণ-লঙ্কাৰ সোণ নাই, মাটি আছে।

মিডাচৰ পৃথিৱীখনৰ সোণৰ পৰশৰ সাধুকথা আছে, মিডাচৰ সোণ আৰু মিডাচ নাই।

সোণ চিনি পোৱাৰ দিন ধৰি পৃথিৱীখনৰ বুকুৰপৰা বহুত সোণ খান্দি উলিওৱা হ'ল আৰু বহুত সোণ আকৌ পৃথিৱীৰ বুকুতে আহ গ'ল।

পৃথিৱীখন দুখীয়া হোৱা নাই। সোণ-ধন-হীৰা-মুকুতাই পৃথিৱীক কোনো দিন চহকী কৰা নাই, সিইঁতৰ অবিহনে পৃথিৱীখন কোনো দিন দুখীয়াও হোৱা নাই।

সিদিনা যিখন এৰোপ্লেন ভাগি চূণ-গুড়ি হ'ল, হয়তো তাৰ দাম আছিল এক লাখ টকা, কিন্তু পৃথিৱীৰ তেনেকুৱা সকলো এৰোপ্লেন ক'ৰবাত ভাগি চূৰ্ণ হৈ গ'লেও পৃথিৱী দুখীয়া নহয়।

লগতে মোৰ বাঁওহাতখনো গ'ল। কিন্তু মোৰ বিশেষ অনুশোচনা হোৱা নাই—হাতখনৰ কাৰণে। সোঁহাতখন এতিয়াও আছে আৰু মূৰটো নভগাকৈ থকাটোৰ বাবে অদৃশ্যজনৰ ওচৰত কৃতজ্ঞতা জনাবৰো বহুত অৱসৰ পাম।

ডাক্তৰজন বৰ মৰমিয়াল যেন লাগিছে। মোৰ জীৱনৰ কোনো আশা নাছিল। হয়তো ডাক্তৰৰ অনুগ্ৰহতে (প্ৰাণে অৱশ্যে মানি নলয়) মই নমৰিলোঁ। আৰু হয়তো মই বাচি যোৱাৰ কাৰণেই ডাক্তৰে মোৰ ইমান যত্ন লৈছে, মোক ইমান চেনেহ দেখুৱাইছে। কিন্তু তাৰ বাবে মই ডাক্তৰৰ মৌখিক শলাগ ল'লেও' আন্তৰিক

কৃতজ্ঞতা জনাব পৰা নাই। বাচি যোৱাৰ কাৰণে মোৰ বিসদৃশ লাগে, বৰ অস্বস্তি অনুভৱ কৰোঁ।

মুৰৰ আৰু বাঁওহাতখনৰ বেণ্ডেজবোৰ খোলা নাই। আৰু যদি ক'ৰবাত বেণ্ডেজ দি থৈছে—মই গম পোৱা নাই।

ডাক্তৰে নেভাবিবলৈ উপদেশ দিছে। ডাক্তৰৰ উপদেশত কোনোবাই কেতিয়াবা নভবাকৈ থাকিব পাৰিছে নেকি নেজানো। মই নাই ভবা—মই একো ভবা নাই, কাৰো কথা ভবা নাই, মুৰৰ এফাল ভাঙি লৈ ভাবিবলৈ লোৱাটো অন্যায়।

বন্ধ কৰি থোৱা খিৰিকীখনৰ পৰিষ্কাৰ আৰ্চীখনৰ মাজেদি আহি গাখীৰ যেন জোনাকবোৰ বিচনাখনতে পৰিছেহি। আজি পাৰি দিয়া বগা বিচনা-চাদৰখনত কোমল জোনাক পৰিছে। বাহিৰত ভেল্‌ভেটৰ নিচিনা কোমল মিহি ৰাতিৰ গভীৰ আত্মীয়তা। এজনী মৰমিয়াল গাভৰুৰ ভাল গোন্ধোৱা চুলিৰ ঢৌবোৰৰ মাজত যি এটা শীতল উত্তাপ আছে, সেই স্নিগ্ধ উত্তাপ আছে বাহিৰৰ এই হাঁহিৰ নিচিনা মিঠা ৰাতিটোৰ স্পৰ্শত।

পোহৰবোৰ সোঁৱৰণীৰে ভৰা। ডাক্তৰে কিন্তু মোক ভাবিবলৈ হাক দিছে। হয়তো বেছিকৈ ভাবিলে মগজুৰ ক্ৰিয়া প্ৰখৰ হৈ মই মৰি থাকিম।

মৰি থাকিম।

বালি দ্বীপৰ এজনী ধুনীয়া গাভৰুৱে এদিন কৈছিল: জোনাক ৰাতি সমুদ্ৰ-পাৰৰ এখন উদ্যানত সিহঁতৰ নাচৰ উৎসৱ হৈছিল। দলে দলে ধুনীয়া স্বাস্থ্যৱতী গাভৰুবোৰে তাত দেহাৰ সকলো মাদকতা ঢালি দি নাচিছিল। সিহঁতে বুকুত কোনো আৱৰণ নেৰাখে। জলকুঁৱৰীৰ দৰে সিহঁতৰ কোমল মাংসবোৰত যৌৱনৰ হেজাৰ স্বপ্নৰ অভিসাৰ।

আমাৰ অভ্যৰ্থনাৰ কাৰণেই সিহঁতে নাচিছিল। নাচৰ শেষত ধুনীয়া গাভৰু এজনী আহি হাঁহি হাঁহি মোৰ কাষত বৈছিলহি।

তাইৰ থুঁতৰি আৰু নাকৰ তলত ঘাম বিৰিঙি উঠিছিল। উন্মুক্ত স্তন দুটাৰ মাজতো কেইটোপালমান ঘাম বিৰিঙি উঠিছিল।

হাঁহি তাইক সুধিছিলোঁ, "এইদৰে আৰু কিমান দিন নাচিবা?"

এইটো প্ৰশ্ন নাছিল, তাইৰ মাদকতা-ভৰা উন্মুক্ত দেহাটোৰ যি নিঃশঙ্ক আবেদন আছিল, তাৰপৰা সংস্কাৰবদ্ধ মনটোক আঁতৰাই আনিবৰ চেষ্টাতে কথা পতাৰ প্ৰয়াস কৰিছিলোঁ।

এটা নাচৰ ভঙ্গিমাত গাটো হলাই তাই উত্তৰ দিছিল, "যিমান দিন জীয়াই থাকোঁ আৰু যিমান দিন পাৰোঁ।"

"আৰু যেতিয়া নাচিব নোৱাৰা হ'বা?"

তাই অতি সহজভাৱে অকণো চিন্তা নকৰাৰ নিচিনাকৈ ক'লে, "মৰি থাকিম।"

মৰি থাকিম।

মৰি থকাটো যেন নাচৰ শেষত এগিলাচ চৰ্ব্বত খোৱাৰ নিচিনাই এটি সহজ কথা।

এৰা, সেই ছোৱালীজনীয়েই কৈছিল, 'মৰি থাকিম।'

বালি দ্বীপৰ ধুনীয়া নাচনী ছোৱালীজনীয়ে।

আজি মোৰো তেনেকুৱা লাগিছে। মোৰ পৃথিৱীখন হঠাৎ বৰ দুখীয়া হৈ গৈছে, কঙ্কাল হৈ গৈছে। বাহিৰৰ আন্ধাৰবোৰে সেই দাৰিদ্ৰ্যৰ শূন্যতাকে যেন বেছি স্পষ্ট কৰি তুলিছে।

মোৰ দৰে ভ্ৰাম্যমান প্ৰেছ-ৰিপ'ৰ্টাৰৰ অৱশ্যে বেছি নেভাবিলেও চলে। মই কল্পনা কৰিলেও কল্পনা কৰিবৰ অধিকাৰ নাই। মোৰ কাৰণে সত্য সদায় কল্পনাতকৈ বেছি মধুৰ, বেছি ৰহস্যজনক। Fact is stranger than fiction. গতিকে মই ফেক্ট্ বিচাৰি ঘূৰোঁ—পৃথিৱীৰ দিশে দিশে।

পৃথিৱীৰ বুকুত বাতৰি ঘটে। সেই বাতৰি যুকিয়াই মই পৃথিৱীৰ বুকুত প্ৰচাৰৰ কাৰণে নিউজ এজেন্সিলৈ পঠিয়াওঁ। তাৰ মাজেদি অভিজ্ঞতা সঞ্চয় কৰোঁ, জীৱিকাৰ সংস্থান কৰোঁ, পৃথিৱীক দৈনিক

চমকপ্ৰদ কাহিনী যোগাই জগতৰ গতিশীলতাৰ ইঙ্গিত দিওঁ—আৰু—

—আৰু জীৱনৰ দিনবোৰ ক্ষয় কৰোঁ। আৰু বহুতেই কৰে।

কোনোবাই জীৱনৰ দিন ক্ষয় কৰে বহি বহি, একো কাম নকৰাকৈ। কোনোবাই ক্ষয় কৰে কাম কৰি কৰি, অকণো নবহাকৈ।

বিচিত্ৰ পৃথিৱী, বিচিত্ৰ জীৱন! সাগৰে নাচে, উপকূলে স্থিৰ হৈ সেই নাচোন চায়। সাগৰৰ নাচোনৰ আৱেগত উপকূল খহে!

সাগৰে হাঁহে।

সাংবাদিকৰ জীৱনত এড্‌ভেঞ্চাৰ আছে, চেন্‌চেশ্যনেল্‌ বাতৰি দিব পৰাত এটা তৃপ্তি আছে। বাতৰি বিচাৰি পৃথিৱীৰ দিশে দিশে, আকাশে-পৃথিৱীয়ে অস্থিৰ হৈ ঘুৰি ফুৰাত এটা জীৱন্ত গতি-চাঞ্চল্য আছে।

গতিৰ উপাসক আজিৰ মানুহৰ ওচৰত বাতৰি যোগনিয়াৰৰ এটা মূল্য আছে। বিট্ৰিচ্‌ পেক্ট্‌ আৰু ফ'ৰকাষ্টৰ মাজেদি আমি জগৎবাসীৰ মনোৰাজ্যত হেন্দোলনি তোলোঁ।

সেইদৰেই মই জীয়াই থাকোঁ। মই জীয়াই থকাটো বাতৰি নহয়।

মণিকাও জীয়াই আছিল।

পৃথিৱীৰ বুকুত মণিকা জীয়াই থকাটো বাতৰি-ৰূপত কোনো দিনেই প্ৰচাৰ হোৱা নাই আৰু নহ'ব। মণিকাৰ কাহিনী বাতৰি কাকতৰ পিঠিত নাছিল, তথাপি মণিকাই লগ পোৱা মানুহবোৰৰ অন্তৰত মণিকাই হেজাৰ সমস্যাৰ সৃষ্টি কৰিছিল। মণিকা আছিল দূৰৰ এটা আধা-শুনা সুৰ, মণিকা আছিল এটা আন্ধাৰ ৰাতিৰ ৰঙা পোহৰৰ স্বপ্ন।

ডাক্তৰে মানা কৰিছে, চিন্তা কৰিলে অপকাৰ হ'ব। শুবৰ চেষ্টা কৰা ভাল। মোৰ কোঠাত আৰ্চী নাই, নহ'লে এবাৰ চাগোঁহেঁতেন-মূৰত বেণ্ডেজ বান্ধি থ'লে মই দেখিবলৈ কেনেকুৱা

হওঁ।...এনেকুৱা এটা ধৱল জোনাকৰ ৰূপালী ৰাতিতে এজনী দুঃসাহসী কিশোৰীয়ে গাভৰু হৈ পৃথিৱীক প্ৰণাম জনালে। তাইৰ চকুত বিৰিঙি উঠিল সাত-সমুদ্ৰৰ গভীৰ কাজল, তাইৰ সৰু হিয়াখনৰ পদূলি-মূৰত অযুত ফাগুনৰ মধুৰতা।

ফুলবোৰ ফুলিল।

প্ৰাণৰ পাহি মুকলি হ'ল।

জীৱনৰ আদিম স্বপ্নবোৰ এপাহ শেৱালি হৈ ধৰা দিলে মণিকা নামৰ নতুন মানুহজনীৰ কল্পনা-মানসত!

পৃথিৱী ধন্য হ'ল। মণিকাই পৃথিৱীক দিলে বহু প্ৰতীক্ষাৰ পূৰ্ণতা।

দুঃসাহসী মণিকা, অপূৰ্ব্ব সুন্দৰী মণিকা। মণিকাৰ নিচিনা এজনী ধুনীয়া ছোৱালীৰ জন্ম নোহোৱা হ'লে হয়তো পৃথিৱীখন বহুত দুখীয়া হৈয়ে ৰ'লহেঁতেন।

মণিকাক দেখি পৃথিৱীয়ে হাঁহিলে। গাভৰু মণিকাৰ চকুত নাম নোহোৱা হেজাৰ স্বপ্ন, তাইৰ বুকুত অকথিত হেজাৰ কবিতাৰ ছন্দ! তাই পাইছে জীৱনৰ আশীৰ্ব্বাদ! এই অজস্ৰ সম্ভাৰ পাই তাই কিৰ্পিণ হ'ব নোৱাৰে। তায়ো তাইৰ ৰূপেৰে পৃথিৱীক চহকী কৰি যাব!

কোনোবা এদিন জোনাক ৰাতিৰ নীৰৱতা গচকি গচকি তাইৰ কাষলৈ কোনোবা ৰূপকোঁৱৰ আহিব আৰু তাইৰ কাণে কাণে কিবা এষাৰ গোপন কথা ক'ব। তাই হয়তো বুজি পাব, হয়তো বুজিব নোৱাৰি ৰূপকোঁৱৰক অবোধ্য প্ৰশ্ন কৰিব—'আমি তেন্তে কিয় আহিলোঁ?'

ওঁঠৰ হাঁহি দাঁতেৰে কামুৰি হয়তো যৌৱনে উত্তৰ ৰচনা কৰি দিব—'অহাটোৱেই সঁচা, তাৰ কাৰণ নিবিচাৰিবা।'

মণিকাই হয়তো তাৰেই উপলব্ধি বিচাৰিছিল।

তাৰ পিছত এদিন মণিকাৰ জীৱনলৈ আপোন মানুহ আহিল।

সুশ্ৰী, সুঠাম, সুন্দৰ যুৱক। চকুত সবলতা, ওঁঠত কামনা, বাহুত শক্তি! দেখিয়ে মণিকাই চিনিলে, চিনিয়ে মণিকাই ভাল পালে।

কাশ্মীৰৰ চিনাৰ গছৰ ছাঁত, ডাল হ্ৰদৰ কজলা পানীত, গুলমাৰ্গৰ বগা গোলাপ আৰু লালাবোৰৰ মাজত, মণিকা আৰু মণিকাৰ মনৰ মানুহজনে জীৱনৰ আদিম প্ৰশ্নৰ সমাধান বিচাৰিলে। হয়তো সিহঁতৰ প্ৰাণৰ কোমল নিঃশ্বাসত ঝিলমৰ পাৰৰ বুঢ়া শিলটোৰ ওপৰত পৰি ব'দৰ ধ্যান কৰি থকা এচটা বগা, কোমল বৰফ গলিল।

লগতে গলিলে দুখন কেঁচা হৃদয়।

মণিকাই সকলো পাইছিল—অজস্ৰ ৰূপ, প্লাৱিত স্বাস্থ্য, এহৃদয় মৰম আৰু ঐশ্বৰ্য্যেৰে ভৰা এখন চহকী পৰিয়াল।

হয়তো মণিকাই এইবোৰৰ উৰ্দ্ধলৈ যাবলৈকে জন্ম লৈছিল। ঐশ্বৰ্য্যই কমফ'ৰ্ট দিব পাৰে, তৃপ্তি দিব নোৱাৰে ; সৌন্দৰ্য্যই গৰ্ব্ব দিব পাৰে, তৃষ্ণা বৈ যায়। আৰু লাগে, মণিকাক আৰু কিবাকিবি লাগে। মণিকাই বিচাৰে বিশ্বজনৰ চকুত তাইৰ অকুণ্ঠ সৌন্দৰ্য্যই শ্ৰদ্ধা লাভ কৰক, তাইৰ হাঁহিয়ে আমাৰ শুকান ওঁঠত হাঁহি দিয়ক। তাইৰ সান্নিধ্যই অসাৰ, মৃতকল্পজনক ৰসাল জীৱনৰ উত্তপ্ত চেতনা দিয়ক। তাই হৈ পৰক বিশ্ববৰেণ্যা।

নহ'লে তাইৰ প্ৰাণত এড্‌ভেঞ্চাৰৰ মোহ জন্মিব কিয় ?

অৱশ্যে এইবোৰ মোৰ কল্পনা। হয়তো মণিকাৰ মনত অন্য কোনো আদৰ্শ আছিল। যি আদৰ্শই মানুহক মৃত্যুঞ্জয়ী হোৱাৰ প্ৰেৰণা দিয়ে। হয়তো সি মানুহৰ প্ৰতি গভীৰ প্ৰেম, হয়তো সি অব্যক্ত জীৱনানন্দৰ অমৃত স্বাদ।......

আটাইতকৈ শেষত মণিকা আহি বহিছিল মোৰ কাষত। মোৰ সোঁফালৰ চীট্‌টো খালী পৰি আছিল। মোৰ মূৰ ঘুৰাইছিল। মোৰ পেটৰ নাড়ীবোৰ উজাৰ খাই আহিছিল। মোৰ বমি হ'ব খুজিছিল। তেতিয়া মণিকা আহি মোৰ কাষত বহিছিল। মোৰ নাকত গুঁড়িবৰ কাৰণে কিবা এটা ঔষধো হেঁচি ধৰিছিল। মই

দেখিছিলোঁ তাইৰ ধুনীয়া, জোঙা আঙুলিকেইটা আৰু কিউটেক্স্ লগোৱা ৰঙা নখ।

মণিকাৰ ভেনিটি-বেগটো আজি মোৰ হাতত। চিঠিকেখন আছে। যৌৱনৰ ৰাঙলী বোলেৰে মুখৰিত হোৱা চিঠি। কিমান গভীৰভাৱে তাই ভাল পাইছিল সেই নাম নোহোৱা ডেকাজনক।

মণিকাৰ চিঠিত জীৱনৰ ওপৰত কি গভীৰ বিশ্বাস। এখন চিঠি পঢ়োঁ—

"যি সঁচাকৈ ভাল পাব জানিলে, তাক কালে ঠগিব নোৱাৰে। তুমি ইমান অধৈৰ্য্য হোৱা কিন্তু ভাল কথা নহয়। আমাৰ কাৰণে আছে মৰমৰ অনন্ত আকাশ। তাৰ গভীৰতা কালৰ জোখেৰে জুখিব নোৱাৰি।

অলপ বাট চাবা, মইতো আছিছোঁৱেই। আমি মাটিৰ মানুহ, শূন্যতে সদায় থাকিব নোৱাৰোঁ। কিন্তু তুমিতো জানা, গোটেই পৃথিৱীখনে মোক ভাল পায়, পৃথিৱীৰ সকলো মানুহে মোৰ মৰম বিচাৰে। মই কিৰ্পিণ হ'লে জানো চলিব? স্বাৰ্থপৰ হ'ব পাৰিম জানো?

অন্যৰ কাৰণে স্নেহ আৰু তোমাৰ কাৰণে ভালপোৱা। বুজিলাতো?

চিৰদিন তোমাৰেই
মণিকা

পুঃ—অহা-সপ্তাহত মই কিন্তু গুলামগৈ। সাতোটা দিনক তুমি আকৌ বহুত হেজাৰ মুহূৰ্ত্তৰ সমষ্টি বুলি নধৰিবা। ধৰাচোন, সাতোটা দিন মহাকালৰ বুকুৰ এটা নগণ্য অংশ। আমিতো মহাকালৰ মহাপথযাত্ৰী।

—মণি"

প্ৰতীক্ষা নেথাকিলে প্ৰেমৰ আকৰ্ষণ একো নাই। প্ৰতিটো মুহূৰ্ত্তৰ প্ৰতীক্ষাই মণিকাহঁতৰ প্ৰেমক শ শ বছৰৰ গভীৰতা দিছিল,

প্ৰতিটো মুহূৰ্ত্তৰ আশাই মণিকাইঁতৰ যৌৱনক মহীয়ান কৰি তুলিছিল।

মণিকাই বিচাৰিছিল শূন্যৰ বুকুৰপৰা মাটিৰ পৃথিৱীলৈ নামি আহিবলৈ, জীৱনৰ স্বপ্নবোৰৰ সাৰ্থকতাৰ উপকূললৈ। প্ৰণয়ীৰ হিয়াত হিয়া থাপিও মণিকাই নিঃস্বাৰ্থভাৱে 'আনক' মৰম বিলোৱাৰ প্ৰতিজ্ঞা লৈছিল!······

আমি ওঠৰজন যাত্ৰী চালক দুজন আৰু মণিকা। মণিকা—আমি ওঠৰজনৰ সহযাত্ৰী। প্ৰথম দেখাতেই মনত লাগে—মণিকাক যেন বহু যুগৰপৰা চিনি পাওঁ। মণিকাক চিনি পাবৰ কাৰণে দ্বিতীয়বাৰ চাব নেলাগে। মণিকাৰ গোটেই মানুহজনীত এটা সহজ পৰিচয়ৰ আত্মীয়তা আছিল।

মাজ ৰাতি; আমাৰ অলপ অলপ টোপনিয়ে ধৰিছিল। টোপনি নাছিল মণিকাৰ। মণিকাই ইজনৰপৰা সিজনৰ কাষলৈ গৈ হাঁহি-মাতি কথা কৈছিল। অচিনাকি যাত্ৰীৰ পিঠিত কোমল হাতখন থৈ মৰমেৰে সুধিছিল, "এপিয়লা কফি দিওঁ? এপিয়লা অভেল্‌টিন্?"

খাবৰ মন নথকাজনেও অজানিতেই এপিয়লা কফি খাইছিল!

জীৱনৰ যাত্ৰাপথত বহুত ধুনীয়া ছোৱালী লগ পাইছোঁ। হস্পিটলৰ নাৰ্চ, হোটেলৰ পৰিচাৰিকা, দোকানৰ চেল্‌চ্ গাৰ্ল, এৰোপ্লেনৰ এয়াৰ হোষ্টেচ্। সকলো ধুনীয়া, সকলোৰে পৰিপাটি আচাৰ-ব্যৱহাৰ; কথা-বতৰাত সকলো ভদ্ৰ, সকলো নম্ৰ। সিহঁতক যে ৰখা হয় এই ভদ্ৰতাকণৰ কাৰণেই, সিহঁতৰ ৰূপৰ কাৰণেই।

সিহঁতৰ ভিতৰুৱা জীৱনৰ সম্পৰ্কে মোৰ ধাৰণা বৰ উচ্চ নাছিল। আনক সন্তুষ্ট ৰখা আৰু তৃপ্ত কৰাই যি ছোৱালীৰ কাম, তাই যে সকলোকেই সকলো প্ৰকাৰে সন্তুষ্ট কৰিবলগীয়াত পৰে, সেই বিষয়ে অন্য মত পোষণ কৰাৰ প্ৰয়োজন মই বোধ কৰা নাছিলোঁ।

একুৰা জলা জুই যেন ধুনীয়া কাৰণেই, মুখৰ হাঁহিটো মাৰাত্মক গভীৰ কাৰণেই, মণিকাক দেখি মই ভাবি লৈছিলোঁ—ইমান সৌন্দৰ্য্যৰ এইদৰে অপচয় যি কৰিব পাৰে, সি পৃথিৱীৰ অকল্যাণৰ বাহিৰে অন্য একো নকৰে, কৰিব নোৱাৰে।

মণিকাক দেখি বহুত কথাই মনত খেলাইছিল। সাংবাদিকৰ জীৱনত বহুতকেই লগ পাইছোঁ। বহুতৰ লগতে কথা-বতৰা হৈছোঁ। ৰাজনীতিৰ বহু বিশ্ববিখ্যাত মহিলাকো লগ পাইছোঁ। তেওঁলোকৰ সম্পৰ্কে সাংবাদিক হিচাপে মোৰ অভিমত উচ্চ হ'লেও ব্যক্তিগতভাৱে মোৰ ধাৰণা বৰ প্ৰশংসনীয় নহয়। বহুতৰ আচৰণত শ্বেক্সপীয়েৰৰ অমৰ বাণী আওৰাইছিলোঁ :

"One can smile and smile and smile,
And be a villain"

মণিকাও যদি villain হয়, তাত আচৰিত হ'বলগীয়া কি আছে? পৃথিৱীখনত আৰু অকল saint-এই থাকিব নে? পুণ্যাত্মাই থাকিব নে? থাককনা কেতবোৰ পাপী, কেতবোৰ villain আৰু হওক মণিকায়েই তাৰ নেতৃ। লীডাৰ্!

আমি সাংবাদিকবোৰে মানুহক, আনকি সদ্য-পৰিচিতকো এনে কিছুমান প্ৰশ্ন সোধোঁ যিবোৰ অদৰকাৰীয়েই নহয়, অমাৰ্জ্জিতও।

কাষত বহা মণিকাক পোনতেই সুধিলোঁ, "আপুনি বিবাহিতা?"

প্ৰশ্নটোত ছোৱালীজনী বিব্ৰত নহ'ল, এটা অকুটিল হাঁহিৰে ক'লে, "ময়ে জানো যথেষ্ট নহয়?"

মই চুপ হৈ গ'লোঁ। তুমিয়ে যথেষ্ট, তোমাৰ স্বামী থাকক বা নেথাকক তাৰ লগত মোৰ কোনো সম্পৰ্ক নাই।

অলপ পৰ অন্য কথাৰ পিছত সুধিলোঁ, "আপোনাৰ নাম কি?"

"মণিকা—"

অলপ বৈ মণিকাই ক'লে, "কিন্তু মোৰ নামটো আপোনাৰ কোনো কামত নাহে। মই পলিটিচিয়ান নহওঁ।"

প্ৰত্যেকজন যাত্ৰীৰ বিষয়ে মণিকাই অলপ জানে। সেইদেখি যাৰ যি ব্যৱসায় তাৰ লগত সেইদৰে কথা কৈ 'জমাই তোলে'।

কথা বেছি নকয়—হাঁহে; অজস্ৰ ধুনীয়া হাঁহি। ফাগুনময়ীয়া ৰ'দৰ নিচিনা হাঁহি। কিন্তু মোৰ হেঁপাহ হৈছিল যেন মণিকাই বহুত কথা কওক, মোৰ লগত কিয়, যাৰে লগত মন যায় কওক। কিন্তু বহুত কথা কওক।

অকল হাঁহিলেই হয় নে? কথাওতো ক'ব লাগে?

কিন্তু মই বুজি পাইছিলোঁ মণিকাৰ লগত কথা পাতি তাইৰ নিজৰ বিষয়ে ব্যক্তিগত কোনো কথা উলিয়াব পৰা নেযাব।

তথাপি সুধিলোঁ, "আপুনি কিমান দিনৰপৰা আছে ইয়াত?"

"অলপ দিন হৈছে। মোক দেখিলে আপোনাৰ বহুত দিনৰপৰা থকা যেন লাগে জানো?"

ৰসিকতা কৰিবৰ মন গ'ল—আমাৰ প্ৰেছ ৰিপ'ৰ্টাৰবোৰৰ মুখবোৰ অলপ পাতল।

"আপোনাকতো মোৰ কোনোবা এটা প্লেনেটৰপৰা আজি আহি পৰা যেন লাগিছে।"

মণিকাই গাল ফুলাই হাঁহিলে আৰু ক'লে, "আৰু ঠিক যেন অন্য এটা প্লেনেটলৈ যাবৰ কাৰণে সাজি-কাচি ওলাই আহিছোঁ এনে নাই লগা নে? আপোনাৰ নিচিনা এজন জাৰ্ণেলিষ্টে এদিন মোক তেনেকৈয়ে কৈছিল।"

মৰম লগাকৈ কথাবোৰ কয় মণিকাই।

ইঙ্গিতটো বুজি ক'লোঁ, "আপোনাক আগতীয়াকৈয়ে অভিনন্দন জনাই থ'লোঁ। নতুন প্লেনেটত নমাৰ সময়ত মোৰ অভিনন্দনক অদৰকাৰী বুলি নধৰিব।"

"ধন্যবাদ! আপোনাৰ নাম-ঠিকনা পালে নিশ্চয় চিঠি দিম। নহ'লেও আপুনি মনত ৰাখিব, অহা-সপ্তাহত এই মণিকাৰ, ঠিক

আজিৰ দিনত, বিয়া হৈছে। সেই বিয়াত আপুনি নাই যদিও আপোনাৰ কাৰণে এখন আসন খালী পৰি থাকিব।”

বাংঢালী ছোৱালীজনী। আগন্তুক মিলন-উৎসৱৰ আনন্দত চঞ্চল-হৃদয়া। তাই যেন গোটেই পৃথিৱীক চিঞৰি জনাই দিব যে অহা-সপ্তাহৰ আজিৰ দিনত তাইৰ বিয়া। তাই কইনা হ’ব, তাই ৰাজৰাণীৰ সাজ পিন্ধিব, তাই হৈ পৰিব এটা বিৰাট উৎসৱৰ কেন্দ্ৰ! তাইৰ প্ৰতিডাল নোমৰ গুৰিত যেন আনন্দৰ ঘামৰ টোপাল বিৰিঙি উঠিব।

তাইৰ এই বিয়ালৈ যেন তাই পৃথিৱীৰ সকলোকে নিমন্ত্ৰণ জনাব। এদিনৰ কাৰণে যেন গোটেই জগতৰ সকলো মানুহ তাইৰ নিমন্ত্ৰণত ঢাপলি মেলি আহিব—তাইক অভিনন্দন জনাবলৈ, তাইক আশীৰ্ব্বাদ কৰিবলৈ, হিয়া উজাৰি তাইক ভাল কথা শুনাবলৈ।

এসপ্তাহৰ পিছত হ’ব সেই উৎসৱ। নতুন এড্‌ভেঞ্চাৰৰ প্ৰস্তাৱনা হ’ব মণিকাৰ জীৱনত। সিহঁতৰ উত্তপ্ত নিঃশ্বাসত গলা বৰফত মৰমৰ কেঁচা-জোনাকৰ সৌৰভত সিহঁতৰ জীৱনৰ ৰঙা মাটিৰ পথ ৰাজপথৰ গৌৰৱ লৈ উজ্জ্বলি উঠিব। সিহঁতৰ কোমল ওঁঠত অযুত প্ৰশ্নৰ আৱেদন লাজৰ পাৰ ভাঙি ব্যক্ত হৈ উঠিব।

আৰু এসপ্তাহৰ, মাত্ৰ এসপ্তাহৰ পিছত।

অন্তৰেৰে মই মণিকাক অভিনন্দন জনালোঁ। ভাষাহীন আশীৰ্ব্বাদেৰে ক’লোঁ, ‘তুমি জয়ী হোৱা, তুমি সুখী হোৱা, সেই নতুন প্লেনেটত তোমালোক হোৱা অপ্ৰতিদ্বন্দ্বী যাত্ৰী।’

মুখেৰে নক’লেও মণিকাই নিশ্চয় বুজি পালে মই কি ভাবিছোঁ আৰু কি কৈছোঁ।

সকলোৰে অলপ টোপনি আহিছিল। অলপ জাৰ লগা যেন অনুভৱ কৰিছিলোঁ। লাইটকেটাৰ পাতল নীলা পোহৰবোৰ বৰ কোমল যেন লাগিছিল, পোহৰটোত আছিল এটা মৰমৰ নীলাভ আৱেষ্টন।

দীঘলীয়া যাত্ৰাৰ ক্লান্তিয়ে আৰু চিৰভ্ৰাম্যমান সাংবাদিকৰ জীৱনৰ বিচিত্ৰ গতানুগতিকতাই টোপনিক মধুৰ কৰি তুলিছিল।

কত দেশ, কত নগৰ-চহৰ ঘুৰিছোঁ বাতৰি বিচাৰি। ৰেল, জাহাজ, মটৰ, এৰোপ্লেনত কত বগাইছোঁ। দৰকাৰী-অদৰকাৰী বাতৰি যোগাইছোঁ। কিন্তু কোনো দিনতো মণিকাৰ বাতৰি দিয়া নাই, মণিকাৰ নিচিনা এজনী ছোৱালীৰ বাতৰি দিয়া নাই। অথচ, তাইৰ ধুনীয়া সৰু অন্তৰখনত কত হেজাৰ যুগৰ বাতৰি থুপ খাই আছে।

অহা-সপ্তাহত মণিকাৰ বিয়া হ'ব—পৃথিৱীত তাতকৈ ডাঙৰ বাতৰি আৰু কি থাকিব পাৰে?

কিন্তু পৃথিৱীৰ কোনোবাই জানে জানো এই বাতৰি?

মাত্ৰ এজনে জানে, মণিকাৰ মনৰ মানুহজনে।

চকু মুদি মই মণিকাৰ কথাকে ভাবিছিলোঁ—তাইৰ তৃপ্তি-উজ্জ্বল চকুহুটাৰ তীব্ৰ পোহৰখিনিৰ কথা।

হঠাৎ উচাপ্ খাই উঠিলোঁ। দেখিলোঁ, সকলো উচাপ্ খাই উঠিছে।

কাষত দেখিলোঁ সেই হাঁহি থকা মণিকা। সন্মুখত দেখিলোঁ ৰঙা পোহৰৰ আখৰৰ "fasten your seat belt". ভয়ত বুকুখন ঢিপ্ঢিপাই উঠিল। সকলো ভীতিবিহ্বল আৰু উদ্বিগ্ন হৈ উঠিছে।

মণিকাও অত্যন্ত ব্যস্ত হৈ উঠিছে। কিন্তু ব্যস্ত হ'লেও তাই শান্ত। আমি ঢলং-পলং কৰিবলৈ ধৰিলোঁ।

তেতিয়াও বিহ্বল হাঁহিটো সতেজ ৰাখি মণিকাই ক্ষিপ্ৰভাৱে প্ৰত্যেকজন যাত্ৰীৰ কাষলৈ আহি ক'লে, "ভয় নকৰিব। দুখ নকৰিব। ভগৱানৰ কথা চিন্তা কৰক।"

মণিকাই কাৰোবাৰ কাৰোবাৰ বেল্ট্ বান্ধি দিলে, কাৰোবাক পেৰাচ্যুট দিলে, এবাৰ দৌৰি গৈ পাইলটজনক কিবা এটা পিন্ধাই

দিলে। আকৌ আমাৰ কাষলৈ দৌৰি আহিল। আমাৰ অজ্ঞাতেই তেতিয়া আমি ভগৱানৰ নাম লৈছিলোঁ।

প্লেনৰ ইঞ্জিনত জুই লাগিছে। আমি মাটিৰপৰা চল্লিশ হাজাৰ ফুট ওপৰত। বাহিৰত গভীৰ আন্ধাৰ ৰাতি।

প্লেনখনে টলং-পলং বেছিকৈ কৰিবলৈ ধৰিলে। আশা আৰু নাই। সৰ্ব্বমুঠ একৈশটা প্ৰাণীৰ জীৱনৰ এয়ে শেষ মুহূৰ্ত্ত। মণিকা কিন্তু অসম্ভৱভাৱে স্থিৰ। অৱশ্যে ইতিমধ্যে মণিকাৰ মুখৰ হাঁহিটো নোহোৱা হৈছে। এবাৰ দৌৰি গৈ মণিকাই পাইলটজনৰ পিঠিত পেৰাচ্যুটটো বান্ধি দিলে। যাত্ৰীবোৰৰ চীটৰ কাষৰ খিৰিকীবোৰ কালি দিলে।

মোৰ বমি অহা আৰম্ভ হৈছে প্ৰৱলভাৱে। প্লেনৰ ইঞ্জিনত জুই। প্লেনখনে বাম্প্ কৰিছে, লুটি-বাগৰ খাইছে, হয়তো তাৰ গতি পাইলটৰ কণ্ট্ৰোলৰ বাহিৰ হৈ গৈছে।

মণিকা মোৰ কাষলৈ লৰি আহিল। নিজৰ ভেনিটি-বেগটো মোৰ হাতত দি মোক সাৱট মাৰি ধৰিলে।

আকাশৰ বুকুত, ৰাতিৰ আন্ধাৰ আকাশৰ বুকুত জ্বলি উঠিল একুৰা সৰ্ব্বদাহী, সৰ্ব্বগ্ৰাসী জুই, সি একৈশটা জীয়া জীৱনক চউদিশৰপৰা আগুৰি ধৰিলে। তাৰ পিছত এটা ভয়ঙ্কৰ শব্দ হ'ল তাৰ পিছত আৰু একো নাই।···

নাৰ্চে পুৱাৰ বাতৰি কাকতখন দি গ'ল। তাৰিখ দেখি আচৰিত হ'লোঁ, ইয়াৰ আগৰ বাতৰি কাকতখন আছিল তিনি মাহ আগৰ, তেন্তে যোৱা তিনি মাহ মই হস্পিটেলতে পৰি থাকিলোঁ নেকি ?

ডাক্তৰ আহিলত সুধিলোঁ, মই ইয়ালৈ আহিবৰ কিমান দিন হ'ল ডাক্তৰ ?"

ডাক্তৰে সৰুকৈ হাঁহি ক'লে, "তিনি মাহ হ'ল। ভাল পাইছে নহয় ? চাওক—আপোনালোকৰ প্লেন ক্ৰ্যাচৰ বাতৰি আজি ছুটা ওলাইছে। এটা অৱশ্যে আমাৰ ইয়াৰপৰা পঠোৱা।' আনটো চৰকাৰৰ নিজা।"

**ছয় নম্বৰ প্ৰশ্নৰ উত্তৰ—ঃ**

আগ্ৰহ নাছিল, কৌতূহলেৰেই বাতৰি কাকতখনত চকু ফুৰালোঁ।

এটা সৰু বাতৰি—"এৰৈকশজন যাত্ৰীসহ দুৰ্ঘটনাত ধ্বংস হোৱা এৰোপ্লেনৰ যাত্ৰীসকলৰ ভিতৰত একমাত্ৰ জীৱিত ব্যক্তি বৰ্ত্তমান আৰোগ্য হৈছে। তেওঁ এজন খ্যাতিসম্পন্ন সাংবাদিক, এওঁৰপৰা প্লেন ক্ৰ্যাচ্ সম্পৰ্কে সকলো সংবাদ পোৱা যাব বুলি আশা কৰা যায়।"

আনটো সংবাদ—"ইঞ্জিনত জুই লাগি ধ্বংস হ'ব ধৰা ওঠৰজন যাত্ৰীবাহী এৰোপ্লেনত অসীম ধৈৰ্য্য আৰু নিভীকতাৰে যাত্ৰী আৰু চালকসকলক শেষ মুহূৰ্ত্ত পৰ্য্যন্ত সকলো প্ৰকাৰে আশ্বাস, উদগনি আৰু সহায় কৰি মৃত্যুৰ গৰাহত পৰা শ্ৰীমতী মণিকাক ভাৰত চৰকাৰে বীৰত্বৰ কাৰণে মৰণোত্তৰ সন্মান দেখুৱাইছে—'মহাবীৰ চক্ৰ' দান কৰি। এইগৰাকী গাভৰু 'এয়াৰ্ হোষ্টেচ'ৰ অসীম ধৈৰ্য্য আৰু ত্যাগে পৃথিৱীত নাৰীৰ সেৱা-ধৰ্ম্মৰ জীৱন্ত আদৰ্শ দাঙি ধৰিব।'

মোৰ হাতত আকাশৰ বুকুৰপৰা খহি আহিল মণিকাৰ বেগটো। তাক জুয়ে পুৰিব নোৱাৰিলে—পৃথিৱীৰ কোনো জুয়ে তাক পুৰিব নোৱাৰে।

মোৰপৰা পৃথিৱীয়ে বহুত সংবাদ পাব। এৰোপ্লেন জ্বলাৰ সংবাদ—কুৰিজন মানুহৰ ভিতৰত এজন নমৰাকৈ থকাৰ অবিশ্বাস্য সংবাদ।

কিন্তু মণিকাৰ মৃত্যুক, অভাৱনীয় অকাল মৃত্যুত পৃথিৱীখন কিমান দুখীয়া, মণিকাৰ সৰু হৃদয়খনৰ অযুত আশাৰ মৃত্যুত পৃথিৱীৰ যি অপূৰণীয় ক্ষতি হ'ল, তাক জানো হেজাৰখন এৰোপ্লেনেৰে, হেজাৰটা মহাবীৰ চক্ৰেৰে পূৰাব পৰা যাব ?

এয়াৰ্ হোষ্টেচ্ মণিকা শেষ হৈ গৈছে। ভগা মূৰ আৰু ছিগা হাত লৈ মই বাচি আছোঁ। কিন্তু কোনোবা এজোপা পাত সৰা শুকান চিনাৰৰ শিখাত বহি বাট চাই থকা এজন ডেকাৰ বুকুৰ জুইকুৰাৰ সংবাদ পৃথিৱীৰ কোনোবাই জানে নে ?



## ॥ অন্ধকূপ আৰু এটা জোনাকী পৰুৱা ॥

মই এক অভাৱনীয় বিমোৰত পৰিছোঁ।

যোৱা চাৰি মাহৰ ভিতৰত মই নবীনৰপৰা কেইবাখনো চিঠি পাইছোঁ। অকল তাৰ চিঠিয়েই নহয়, তাৰ খামত আছে মাজু মোমাইদেউৰ চিঠি, মামীৰ চিঠি আৰু মামীৰ ছোৱালী দুজনী বৰমাই আৰু সৰুমাইৰ চিঠি। প্ৰত্যেকখন চিঠিয়েই মোক নতুন একোটা প্ৰশ্নৰ সম্মুখীন কৰে। আৰু মই উত্তৰ দিব নোৱাৰি বিব্ৰত হওঁ।

নবীন মোৰ মাজু মোমাইদেউৰ ল'ৰা নহয়। মাহীৰ ল'ৰা। নবীনৰ জন্মৰ কিছু বছৰৰ পিছতে মহাৰ মৃত্যু হ'ল। মাহীক আৰু নবীনক মাজু মোমাইদেৱে নিজৰ লগলৈকে লৈ আহিল।

মোমাইদেউৰ অৱস্থা ভাল নাছিল। পাঠশালা স্কুলৰ পণ্ডিত কাম কৰিছিল, এতিয়া অৱসৰ পালে। খেতি-বাতি আগৰেপৰা আছিল, এতিয়াও কৰি আছে। আজি কেইবছৰমানৰ আগলৈকে নিজেই হাল বাই খেতি কৰিছিল, এতিয়া মানুহ ধৰি কৰাইছে। খেতি কৰিবৰ কাৰণে আৰু খৰচ-পাতি কৰিবৰ কাৰণে আজি-কালি নবীনে মোমাইদেউলৈ সৰহকৈয়ে টকা পঠায়। কিন্তু নিজে হাল নাবালেও, এতিয়াও মোমাইদেউ নিয়মমতে পথাৰলৈ যায়।

মোমাইদেউ বৰ্ত্তমান একপ্ৰকাৰ নিচুৰীয়া। দুয়োজনী ছোৱালীক ভাল ঠাইতে বিয়া দিলে। সিহঁত দেখাই-শুনাই ভাল আছিল, আশা কৰাতকৈ ভাল ঘৰতে পৰিল।

এতিয়া মাজু মোমাইদেউৰ ঘৰত আছে মোমাইদেউ, মামী আৰু নবীনৰ মাক মাহী। মাহী আৰু নিজ স্বামীৰ পৰিয়ালৰ মাজলৈ ঘুৰি নগ'ল। মোমাইদেৱে যাবলৈ নিদিলে। নবীনৰ দেউতাকহঁতৰ

পৰিয়ালটোৰ অৱস্থাও স্বচ্ছল নহয়। নবীনে পঢ়ি থকা কালত মৌখিক সহানুভূতিৰ বাহিৰে টকা-পইচা দি অকণো সহায় কৰিব পৰা নাছিল। অতিশয় কষ্ট কৰি মোমাইদেউ, মামীদেউ আৰু মাহীদেৱেই নবীনৰ পঢ়াৰ খৰচ যোগাইছিল। আমাৰ বৌটিৰ নিচিনাই মাহীদেৱো বোৱা-কটাত বৰ পাকৈত আছিল আৰু নিজে বোৱা কাপোৰ-কানি বেচিয়ে নবীনৰ পঢ়াৰ আধা-আধি খৰচ যোগাইছিল। মোমাইদেৱে স্কুলত কাম কৰি পোৱা টকাকেটা নবীনলৈ পঠিয়াই, শাক-পাচলি কৰি, খেতি কৰি কোনোমতে ঘৰখন অতি টানৰ মাজেৰে চলাইছিল। এই বিষয়ত মোমাইদেউ আৰু বৰমাই-সৰুমাইহঁতেও দেহে-কেহে খাটি সহায় কৰিছিল। তাঁত-সূত বৈ, হাঁহ-পাৰ বেচি ঘৰখনৰ সকলো লগ লাগি একমাত্ৰ নবীনক মানুহ কৰাৰ চেষ্টা কৰিছিল সকলোৱে।

তাৰ কাৰণ আছিল দুটা—মোমাইদেউৰ ল'ৰা নাই, ছোৱালী দুজনী। সিহঁতক উলিয়াই দিয়াৰ পিছত, বিশেষকৈ বুঢ়া কালত মোমাইদেউহঁতক চাওঁতা কোনো নাই। নবীনৰ ওপৰতে আশা।

দ্বিতীয়তে নবীন সৰুৰেপৰা পঢ়া-শুনাত অতি চোকা আছিল। পাঠশালাৰ বৃত্তি পৰীক্ষাত সি জিলাৰ ভিতৰত প্ৰথম হৈ বৃত্তি পাইছিল। তাৰ পিছত ঘৰৰপৰা তিনি মাইল আঁতৰৰ হাইস্কুলত পঢ়িবলৈ লৈছিল, তেতিয়াও কোনো দিন শ্ৰেণীত প্ৰথম নোহোৱাকৈ থকা নাছিল। অথচ তাৰ দৰকাৰী সকলো কিতাপ সি কিনিব নোৱাৰিছিল আৰু পঢ়িবলৈও সময় যথেষ্ট নাপাইছিল। মোমাইদেউৰ লগতে সি পথাৰ-সমাৰলৈ গৈছিল, খেতি-বাতিত যিমান পাৰে সহায় কৰিছিল। বিশ্ববিদ্যালয়ত দ্বিতীয় হৈ প্ৰতিযোগিতামূলক বৃত্তি ধৰি নবীন যেতিয়া কলেজত পঢ়িবলৈ গ'ল, তেতিয়া হে আগৰ দৰে মোমাইদেউক সহায় কৰিব নোৱাৰা হ'ল। তথাপি গৰমৰ বন্ধত ঘৰলৈ আহিলে মোমাইদেউহঁতে হাক দিয়া সত্বেও সি পথাৰলৈ নোযোৱাকৈ থকা নাছিল।

বয়সত নবীন মোতকৈ এবছৰমানৰ সক আছিল, কিন্তু আমি সমনীয়া বন্ধুৰ নিচিনা আছিলোঁ, এতিয়াও—যদিও সি এতিয়া মোৰপৰা দুহাজাৰ মাইল দূৰত আছে, আমাৰ বন্ধুত্ব অকণো কমা নাই। আমাৰ সম্পৰ্ক ককাই-ভাইৰ, কিন্তু আমাৰ অন্তৰঙ্গতা বন্ধুৰ। সেয়ে তাৰ জীৱনৰ সমস্যাবোৰে মোকো চুই যায়। আৰু সেয়ে তাৰ সমস্যাই মোক কেতিয়াবা বিমোৰত পেলায়।

পঢ়া-শুনাত মই বৰ ভাল নাছিলোঁ। বহু কষ্টে মেট্ৰিক পাচ কৰি আৰু নপঢ়িলোঁ। পঢ়িবৰ যোত্ৰও নাছিল, ইচ্ছাও নাছিল। আমি একেটা হাইস্কুলতে পঢ়িছিলোঁ। আমাৰ ঘৰ আৰু মোমাইদেউহঁতৰ ঘৰ একেখন গাঁৱতে।

বি-এচ্-চিত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ সি ডিগ্ৰী ল'লে। বিশ্ববিদ্যালয়ৰ তৰফৰপৰা এটা বৃত্তি পালে আৰু কেন্দ্ৰীয় চৰকাৰেও তাৰ কাৰণে এটা বৃত্তি মঞ্জুৰ কৰিলে। এইদৰে সুখ্যাতিৰে এম্-এচ্-চি.ও পাচ কৰি অলপদিন সি বিশ্ববিদ্যালয়ত অধ্যাপকৰ কাম কৰিছিল। কিন্তু দুবছৰৰ মূৰত আকৌ এটা বৃত্তি পাই সি 'ইউ-কে'লৈ গ'ল। তাত একে সময়তে দুটা বিষয়ত অধ্যয়ন কৰি সি এটাত ডক্টৰেট ল'লে আৰু আনটোৰ ডিগ্ৰী ল'লে। তিনি বছৰৰ মূৰত সি দেশলৈ আৰু ঘৰলৈ ঘূৰি আহিল আৰু অলপ দিনৰ ভিতৰতে কেন্দ্ৰীয় চৰকাৰৰ অধীনত এটা ডাঙৰ চাকৰি পালে। এতিয়া সি বোম্বাইত থাকে। নিয়মমতে সপ্তাহত এখনকৈ সি মোমাইদেউলৈ চিঠি দিয়ে, মাহে মাহে মোমাইদেউলৈ তিনি শকৈ টকা পঠায়, মাজে মাজে গৰম কাপোৰ-কানি কিনি পাৰ্চেল কৰি পঠায়। ছুটী কম পায়, তথাপি বছৰত এবাৰ ঘৰলৈ আহে।

মোলৈকো মাজে মাজে সি চিঠি দিয়ে। কিন্তু যোৱা চাৰি মাহমানৰপৰা তাৰপৰা মই সঘনে চিঠি পাব ধৰিছোঁ। আৰু যদিও মই চিঠি লিখাত বৰ সোৰোপা, তথাপি তাৰ চিঠিৰ উত্তৰ দি থাকিবলগীয়াত পৰিছোঁ।

নবীন বিশ্ববিদ্যালয়ত অধ্যাপকৰ কামত সোমাওঁতেই, তাৰ বিয়াৰ কথা ওলাইছিল আৰু তেতিয়াই কেইবা ঠাইৰপৰাও প্ৰস্তাৱ আহিছিল। মোমাইদেৱে একো হা-না নকৰি এই কথাৰ মীমাংসা মাহী আৰু নবীনলৈকে আগ বঢ়াইছিল। মোমাইদেৱে বহু কষ্টে নবীনক পঢ়াইছিল কিন্তু সেই বাবেই নবীনৰ ওপৰত কোনো কথা তাৰ ইচ্ছাৰ বিৰুদ্ধে জাপি দিবলৈ নিবিচাৰিছিল। বিশেষকৈ বিয়াৰ ক্ষেত্ৰত তেওঁ সকলো মাহী আৰু নবীনৰ ওপৰতে এৰি দিয়াই উচিত বিবেচনা কৰিছিল।

মোমাইদেউৰ সম্পৰ্কে এযাৰ কথা কৈ থোৱা ভাল। যদিও তেওঁ পাঠশালা স্কুলৰ পণ্ডিত আছিল আৰু তেওঁৰ শিক্ষা-দীক্ষাও বৰ বেছি নাছিল, তথাপি তেওঁ এজন আত্মসন্মান থকা ব্যক্তি আছিল। গাঁও আৰু নগৰতো মানুহে যেয়ে তেওঁক চিনিছিল সেয়ে শ্ৰদ্ধা কৰিছিল। তেওঁৰ এটা স্বকীয়া ব্যক্তিত্ব আৰু গাম্ভীৰ্য্য আছিল, যাক তেওঁৰ দাৰিদ্ৰ্যই কাহানিও ক্ষুন্ন কৰিব নোৱাৰিছিল।

মোমাইদেউইঁতৰ গাঁৱৰ বহুত মানুহ আজি-কালি ডাঙৰ মানুহ হৈছে। তেওঁলোক নগৰত থাকে—নগৰীয়া। কিন্তু তেওঁলোকেও মোমাইদেউক সম্ভ্ৰম কৰি চলে। মোমাইদেউ সৎ, কিন্তু নিৰ্ব্বোধ বা অঁকৰা নহয়। তেওঁৰ দূৰদৰ্শিতাৰ কাৰণেই তেওঁ স্বাৱলম্বী হৈ চলিব পাৰিছে। সেয়ে হে সকলোৱে তেওঁক সন্মান কৰে।

হয়তো মোমাইদেউৰ বিষয়ে সকলো কথা জানে কাৰণেই নবীনৰ ওচৰলৈ পোনপটীয়াভাৱে যোৱা বিয়াৰ প্ৰস্তাৱবোৰৰ সম্পৰ্কে নিজে কোনো মন্তব্য নকৰি সি সকলো কথা মোমাইদেউলৈ লিখি জনায়। নাইবা কিছুমান চিঠিকে পঠিয়াই দিয়ে।

আৰু মোমাইদেউৰপৰা পোৱা এই বিষয়ৰ চিঠিবোৰ মোলৈ পঠিয়াই দিয়ে মোৰ অভিমতৰ কাৰণে। মই তাৰ জেঠায়েকৰ পুতেক ককায়েকেই নহয়, মই তাৰ বন্ধুও। মোৰ পৰামৰ্শ সি বিচাৰে।

মোমাইদেউৰপৰা তাৰ বিয়া সংক্ৰান্তত পোৱা কেইবাখনো চিঠি

এনেকৈয়ে আহি মোৰ হাতত জমা হৈছেহি। এই চিঠিবোৰ পঢ়ি আনৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ব মই ক'ব পৰা নাই, কিন্তু মই বিমোৰত পৰিছোঁ। হয়তো মাজু মোমাইদেউ নহৈ অন্য কোনোবা হোৱা হ'লে বা নবীন নহৈ অন্য কোনোবা হোৱা হ'লে, কোনো সমস্যাৰ উদ্ভৱেই নহ'লহেঁতেন। কিন্তু আজিৰ পৃথিৱীতে, আমাৰ সমাজতে মোমাইদেউ আৰু নবীনৰ নিচিনা মানুহ আজিও আছে বাবেই উদ্ভৱ হৈছে এক জটিল সমস্যাৰ। আৰু সেইবাবেই ময়ো এই সমস্যাৰ বাহিৰত থাকিব পৰা নাই।

নবীনলৈ মোমাইদেৱে লিখা কেইখনমান চিঠি (নবীনে মোলৈ পঠিয়াই দিয়া) মই ভালকৈ পঢ়ি চাইছোঁ। চিঠিবোৰ সদায় চমু নহয়।

কল্যাণীয় নবীন,

স্নেহাশীৰ্ব্বাদ ল'বা; তোমাৰ চিঠি আৰু লগতে পঠোৱা শ্ৰীবৰুৱাৰ চিঠি পালোঁ। যোৱা সপ্তাহত মই আৰু মাবা এখন টেক্সি লৈ বৰুৱাৰ ঘৰ ওলালোঁগৈ। এজনী ছোৱালীক ঘৰৰ বোৱাৰী কৰি অনাৰ আগতে নিজেই চাই-মেলি অহা ভাল।

বৰুৱা ধনী মানুহ বুলি শুনিছিলোঁ, কিন্তু ইমান ধনী মানুহ বুলি জনা নাছিলোঁ। তেওঁৰ ঘৰ-বাৰী দেখি মুগ্ধ নহৈ নোৱাৰি। তেওঁ নিজেই ক'লে যে ঘৰে-মাটিয়ে তিনি লাখ সাত হাজাৰমান হে পৰিছে। আৰু কেই হাজাৰমান টকাৰ কাম বাকী আছে।

তেওঁ নিজেই ক'লে যে তেওঁ চাকৰি কৰি দৰমহা সৰহ নাপায়। তেওঁ আগেয়ে চৰডেপুটি কলেক্টৰ আছিল। আজি চাৰি বছৰৰ আগতে হে লেও বিকুইজিচন অফিচাৰ হৈছে। এতিয়াও তেওঁ আগতে লোৱা হিন্দুস্থান গাড়ীখনকে চলাই আছে। অলপতে নতুন এম্বেচেদৰখন পাবহি—দুই-এমাহতে। অৰ্ডাৰ দিয়া আছে।

তেওঁ ইতিমধ্যে চাৰিটা ভাল ভাৰা-ঘৰ সজোৱাইছে। সেইবোৰ চৰকাৰী অফিচৰ কাৰণে বা ডাঙৰ ব্যৱসায়ী প্ৰতিষ্ঠানৰ কাৰণে ভাৰা

দিব। প্ৰতিটো ঘৰৰ ভাৰা পাঁচ শ টকাৰ কম নহয়। তোমালৈ দিব খোজা ছোৱালীজনীৰ লগতো তাৰে এটা ঘৰ দিব।

মানুহজনৰ কথা-বতৰা ভাল, অমায়িক বুলিয়ে ক'ব পাৰা। আক সেই দেখি কৌতূহল সামৰিব নোৱাৰি মই যেতিয়া সুধিলোঁ, 'আপুনিনো ইমানবোৰ ঘৰ-বাৰী কৰিবলৈ টকা ক'ত পাইছে?' তেওঁ একো মুলুকুৱাই একপ্ৰকাৰ গৰ্ব্বেৰেই ক'লে, 'এচ-ডি-চি, এ-এচ-অ' কৰোঁতে বাহিৰা যি পাইছিলোঁ, তাৰে কোনোমতে চলিব হে পাৰিছিলোঁ। নতুন চাকৰিটোতলৈ আহি হে অলপ সকাহ পাইছোঁ। নতুন উদ্যোগবোৰ হৈছে। মাটিৰ মূল্য নিৰ্দ্ধাৰণ কৰি দিব লাগে। আমাৰ এচেচ্‌মেণ্টেই শেষ কথা। এজন মাটিৰ গৰাকীক যদি এক লাখৰ ঠাইত ডেৰ লাখ ধৰি দিওঁ, তেওঁ তাৰে পঁচিশ হাজাৰ মোক দিবলৈ অকণো বেয়া নাপায়। এনেকৈ যোৱা চাৰি বছৰত মই প্ৰায় দহ লাখমান টকা কৰিছোঁ। কাৰো অন্যায় কৰা নাই। মাটিৰ গিৰিহঁতে টকা পাইছে, যাক মাটি লাগে সি মাটি পাইছে, আমিও দুপইচা পাইছোঁ। নহ'লে আজি-কালিৰ দিনত চলাই টান।'

বকৱাৰ ঘৰত চাহ-তাহ খাই আমি গুচি আহিলোঁ। ছোৱালীজনী তেতিয়া ঘৰত নাছিল—আমিও আক ছোৱালী চোৱাৰ প্ৰয়োজন বোধ নকৰিলোঁ।

আশাকৰোঁ বকৱাৰ প্ৰস্তাৱটোৰ উত্তৰ নিদিলেও হ'ব। আশীৰ্ব্বাদ ল'বা।

কল্যাণীয় নবীন,

তোমাৰ চিঠিৰ লগত পঠোৱা ফুকনৰ চিঠিখন পঢ়ি আমি আনন্দ পালোঁ, এটা কথা দেখি মোৰ আনন্দ লাগিছে যে ভগৱানৰ কৃপাত তুমি এটা ডাঙৰ চাকৰি পাইছা বুলি ছোৱালী দিব লগা থকা প্ৰায় সকলো ধনী মানুহেই গম পাইছে। ময়ো শুনিছোঁ কোনো কোনোৱে হেনো তোমাৰ ছবিখনো বাতৰি কাকতৰপৰা কাটি ৰাখিছে। সেই

যে তুমি বিলাতত ভালকৈ পৰীক্ষা পাচ কৰিছিলা, সেই বিষয়ে ওলোৱা ফটোখন। আৰু তাৰ পিছত তুমি এতিয়া কৰি থকা চাকৰিটোৰ কথা আৰু তোমাৰ ঠিকনাটোও মোতকৈ বহুতে বেছি ভালকৈয়ে মনত ৰাখিছে।

তোমালৈ চিঠি লিখাৰ প্ৰায় লগে লগেই ফুকনে মোলৈও এখন চিঠি দিছিল। খোলা-খুলিকৈ লিখিছিল যে তেওঁৰ মাজু ছোৱালীজনী তোমালৈ দিব খোজে। ঘৰ-বাৰী আৰু ছোৱালীজনী এবাৰ চাই যাবৰ কাৰণে তেওঁ আমালৈ অনুৰোধ কৰিছিল। মামীয়েৰাই ছোৱালীজনী চাবৰ মন কৰিলে। ময়ো এটা ভাবিখে আমি যাম বুলি এখন চিঠি দিছিলোঁ।

কিন্তু আমি যিদিনা যোৱাৰ কথা, সেই দিনা পুৱা দোকমোকালিতে এখন ধুনীয়া নতুন গাড়ী আহি আমাৰ পদূলি-মুখত ৰ'লহি। গাড়ীখন ফুকনেই পঠিয়াইছিল। তেওঁৰ নিজৰ গাড়ী নহয়, জগৎ সিং নামে এজন ব্যৱসায়ী মানুহৰ গাড়ী।

আমি ফুকনৰ ঘৰ পাই প্ৰথমতে বৰ আচৰিত হোৱা নাছিলোঁ। তেওঁলোক এটা আহল-বহল, নতুন ভাৰা-ঘৰত আছে। ইয়াৰ মানুহ নহয়। গতিকে নিজা ঘৰ ইয়াত নাই। ইয়াৰপৰা অলপ দিনৰ ভিতৰতে বদলি হৈ যোৱাৰ কথা আছে।

আমি গৈ পাওঁতে, ফুকন ঘৰত নাছিল। কিন্তু তেওঁৰ পৰিবাৰ আৰু ছোৱালীজনীয়ে আমাক বৰ আদৰ-সাদৰ কৰি অভ্যৰ্থনা জনালে। অলপ গৰম আছিল, ৰিফ্ৰিজাৰেটৰৰপৰা উলিয়াই আমাক ক'ল্ড ড্ৰিংক খাবলৈ দিলে। বাৰে বাৰে আমাক সুধিলে, কি দিম, জুচ্ নে চিৰাপ, নে স্কোৱাচ্? মইতো বিমোৰতে পৰিছিলোঁ। আমাক চৰ্ব্বত দিলে, লগত এথাল আঙুৰ, এথাল আপেল, এটা চক্‌চকীয়া ৰূপালী পাত্ৰত কিচমিচ্ আৰু তেনে আপুৰুগীয়া সুস্বাদু ফল; আন দুখনমান প্লেটত খাঁটি চানাৰ পেড়া, সন্দেশ আদি মিঠাই। সকলোবোৰ ঠাকে ঠাকে ৰিফ্ৰিজাৰেটৰৰ ভিতৰত সজোৱা আছিল। আমি তৃপ্তিৰেই খালোঁ।

ফুকন আহিল। মানুহজন বৰ ব্যস্ত। তেওঁ আমি আহি পোৱাৰ সময়ত ঘৰত নথকাৰ কাৰণে বিনয়েৰে ক্ষমা বিচাৰিলে আৰু আমাৰ কিবা অসুবিধা হৈছিল নেকি সুধিলে।

ফুকন মানুহজন স্বাস্থ্যৱান, কিন্তু তেওঁৰ পৰিবাৰক সিমান স্বাস্থ্যৱতী যেন নালাগিল।

দুপৰীয়া ভাত-পানী খুৱালে। আয়োজন দেখি আমি অবাক হ'লোঁ। গোটা ৰৌ-মাছৰ কোৰ্মা, চিতলৰ কোলঠিৰ কোপ্তা, পাতিহাঁহৰ মাংসৰ আঞ্জা—আমিনো সেইবোৰ আগেয়ে ক'ত কিমান খাইছোঁ; তাৰ উপৰি ভাতৰ পিছত ৰসগোল্লা, ক্ষীৰ, পুডিং আৰু পকা মালদহী আম।

ফুকনেও আমাৰ লগতে ভাত খালে। তেওঁ তোমাৰ খবৰ সুধিলে আৰু বিনয়েৰে নিজৰ অৱস্থাৰ কথাও ক'লে।

তেওঁ মটৰ ভেহিক্‌ল ইন্‌স্পেক্টৰ কাম কৰে। লৰী, মটৰ, প্ৰাইভেট গাড়ী আদি ৰাস্তাত চলিব পৰাৰ লাইচেন্‌স্ দিয়ে।

ফুকনে ক'লে, "আজি-কালি নতুন গাড়ী কিনিবলৈ পাবলৈকে নাই, দামো বৰ বেছি। তাতে আমাৰ মানুহবোৰে পুৰণি গাড়ীকে বাটি-বুটি চলাই কোনোমতে ভাতমুঠি খাই আছে। চৰকাৰী নিয়ম মানি সেইবোৰ পৰীক্ষা কৰি চাই পাচ্ কৰি দিবলৈ হ'লে দুই-চাৰিখন গাড়ী হে ৰাস্তাত চলিব পাৰিব। অলপ মৰম নকৰিলে নচলে। পাচ্ কৰি দিওঁ আৰু কি কৰিব? আমাকো অলপ দিয়ে। ভগা বাচবোৰ পাচ্ কৰি দিলে এহাজাৰ দিয়ে। টেক্সিবোৰেও চাৰি-পাঁচ শ, ডিজেল গাড়ীবোৰে অৱশ্যে অলপ বেছি দিয়ে। গাড়ী যিমানে পুৰণি আৰু বেয়া হয়, সিমানে আমাক পইচা সৰহ দিয়ে পাচ্ কৰাই দিয়াৰ কাৰণে। দৰমহানো কিমান পাওঁ? বাচ-মটৰৰ মালিকবিলাকৰপৰা মাহেকত যি আঠ-দহ হাজাৰ টকা পাওঁ, তাৰেই কোনোমতে চলিছোঁ।"

লগতে তেওঁ ক'লে যে তেওঁৰ ছোৱালীজনীৰ লগত আ-অলঙ্কাৰ

কাপোৰ-কানিৰ উপৰিও এখন গাড়ী দিব। আমেৰিকান গাড়ী। অসমত ২৭খন লাইন-বাচ চলা এজন পঞ্জাৱী ব্যৱসায়ীয়ে আনি দিম বুলিছে। এম্বাচীৰপৰা বুদ্ধি কৰি কিনিবৰ ব্যৱস্থা কৰিছে। দাম সত্তৰ হাজাৰ, বৰ বেছি নহয় যদিও ভাৰতত তেনেকুৱা গাড়ী পোৱা নাযায়। এয়াৰ-কণ্ডিচণ্ আৰু কিবাকিবি।

ছোৱালীজনী দেখাই-মেলাই সিমান বেয়া নহয়। চিলঙত থাকি পঢ়িছে। কেইদিনমানৰ কাৰণে ঘৰলৈ আহিছে। যাবগৈ, ইয়াৰ গৰম অসহ্য। এয়াৰ-কুলাৰেৰে ঘৰটোৰ কোঠাবোৰ অলপ ঠাণ্ডা কৰি নৰখা হ'লে তাই এদিনো থাকিব নোৱাৰিলেহেঁতেন।···

আমাক অস্ত এখন গাড়ীৰে ঘৰত থৈ গ'লহি।

ফুকন বিনয়ী মানুহ। চাকৰিটো অলপ সুবিধাজনক নোহোৱা হ'লে তেওঁৰ অসুবিধাই হ'লহেঁতেন। পিছত ভু লৈ জানিলোঁ যে তেওঁ নিয়ম-নিষ্ঠাত বৰ গোড়া মানুহ। সৰহকৈ টকা নিদিলে তেওঁ বেয়া আৰু অচল গাড়ীবোৰক কেতিয়াও পাচ্ কৰি নিদিয়ে। আৰু নতুন মটৰ-গাড়ী কোনোবাই কিনিব খুজিলেও দৰখাস্তৰ লগত এহাজাৰ টকাৰ নোট গাঁথি দিয়াটো তেওঁ নিয়ম কৰি দিছে। মানুহজন অমায়িক আৰু বিনয়ী নোহোৱা হ'লে তেওঁৰ বাহিৰা আৰ্জ্জন যে মাহেকত কুৰি হাজাৰ টকাৰ কম নহয়, সেই কথা নজনাই নাথাকিলহেঁতেন।

অ' আমাৰ মুগী গাইজনীয়ে আৰু এটা চেঁউৰী পোৱালি দিছে। আজি দুমাহমান ঘৰৰ গাখীৰ নাছিল। এতিয়া তেও চাহ-পানীত বং দিবলৈকে গাখীৰটোপা হৈছে।

আশাকৰোঁ তুমি কুশলে আছা।

কল্যাণীয় নবীন,

সিদিনা আমাৰ গাঁৱৰ সজাতি দল এটাৰ লগত চহৰলৈ গৈছিলোঁ, ডেপুটি কমিশ্বনাৰক লগ ধৰিবৰ কাৰণে। গাঁওখনত সৰহভাগ

মানুহবে খাবলৈ ভাত নাই। গাঁৱৰ মাজত সস্তীয়া চাউলৰ চৰকাৰী দোকান এখন দিয়াবৰ কাৰণে ডেপুটি কমিশ্বনাৰে চাপ্লাই চুপাৰিণ্টেণ্ডেণ্টক লগ ধৰিবলৈ ক'লে। চুপাৰিণ্টেণ্ডেণ্টজন ভাল মানুহ। হাঁহি হাঁহি ক'লে, "টকা কিমান আনিছে?"

বুজি নাপাই তেওঁৰ মুখলৈ চালোঁ। তেওঁ ক'লে, "বুজাই নাই নেকি? যেই কোনো চৰকাৰী দোকানৰ পাৰ্মিট দিলে মাৰোৱাৰী, বিহাৰী, বঙালী আদি ব্যৱসায়ীয়ে কমেও তিনি-চাৰি হাজাৰ আমাক দিয়ে। আপোনালোক অসমীয়া মানুহ—আপোনালোকেনো কি চৰকাৰী দোকান চলাব? বাক, দিয়ক এহাজাৰকে। এহাজাৰৰ কমে পাৰ্মিট মই কাকো দিয়া নাই।"

অফিচতে কেৰাণী, চাপ্ৰাচী আৰু অন্যান্য মানুহৰ আগতে তেওঁ কথাবোৰ কৈছিল। তাত থকা সকলোৱে তেওঁৰ লগতে হাঁহিছিল। মোৰ নিজকে বৰ মূৰ্খ যেন লাগিছিল? আমি একো ক'ব পৰা নাছিলোঁ। তেওঁ চিগাৰেটটোত টানকৈ হোপা মাৰি টানকৈয়ে ক'লে, "টকা নিদিলে দোকান নাপায়।"

আমি ভাৰপৰা ওলাই আহিলোঁ। চাপ্লাই অফিচৰ মুখতে আমাৰ এম. এল. এ. ছুৰবাক লগ পালোঁ। আগতকৈ বহুত শকত হৈছে। মই প্ৰথমতে চিনিবই নোৱাৰিছিলোঁ। তেওঁক লগ পাই মই ভাল পালোঁ। তেওঁৰ ঘৰলৈ যোৱাৰ কথাই আছিল। কাৰণ তেওঁৰ নিজৰ ল'ৰা-ছোৱালীহালে পঢ়ি আছে। ভাগিনীয়েকজনীক তোমালৈ দিয়াৰ বিষয়ে মোলৈ চিঠি লিখিছিল। ছুৰবা আমাতকৈ বয়সত সৰু। পঢ়া-শুনাও সৰহ কৰিব নোৱাৰিলে, দেশৰ কাম কৰা মানুহ। তেওঁ সমাজ-সেৱী। যাতি দিয়াতো মন্ত্ৰীপদ লোৱা নাই। তেওঁৰ বহুত কাম—যাঠিটা হাইস্কুলৰ মেনেজিং কমিটিৰ সভাপতি, দুটামান কলেজৰ গভৰ্নিং ব'ডিবো সভাপতি, মাৰ্কেটিং চ'চাইটিৰ বোৰ্ড অৱ্ ডিৰেক্টৰ্চৰ চেয়াৰমেন, ৰোড্ বোৰ্ডৰ সভাপতি, কোনোবা এখন ইণ্ডাষ্ট্ৰীয়েল্ ইষ্টেটৰ অনাৰেৰি এড্‌ভাইজাৰ, প'লিটিকেল

চাফাবার্চ কমিটিৰ ডিষ্ট্রিক্ট প্রেচিডেণ্ট, খাদী বোর্ডৰ বিক্রয় বিভাগৰ উপদেষ্টা, চিমেণ্ট আৰু টিনপাত বিতৰণ কমিটিৰ সভাপতি, ভাৰত সেৱক-সমাজ, অসম সেৱা-সঙ্ঘৰ সভাপতি, অসম মটৰ মালিক এচোচিয়েশনৰ সভাপতি, পূৰ্ব্বাঞ্চল মিল মালিক সংস্থাৰ অবৈতনিক চেয়াৰমেন, শিপিনী সমবায় সঙ্ঘৰ উপদেষ্টা, আই-এন্-টি-ইউ-চিৰ কোনোবা এটা শাখাৰ সভাপতি, তিনিখন কন্‌জিউমার্চ কো-অপাৰেটিভৰ এড্‌ভাইজাৰ, এষ্টিমেট্‌চ কমিটি, ৰাজ্যিক প্লেনিং কমিশ্বন, ৰিফিউজী ৰিহেবিলিটেশ্বন কমিটি আদিৰ সদস্য, বিশ্ববিদ্যালয় কোৰ্টৰ সভ্য আৰু অসম হেভি ইণ্ডাষ্ট্ৰীজ্ এচোচিয়েশ্বনৰ ৰিজিওনেল এড্‌ভাইজাৰ।

ইয়াৰ উপৰিও ৰাইজৰ কাম আছেই। বানপানী-ধুমুহাত ৰিলিফ দিয়াকে প্ৰমুখ্য কৰি অজস্ৰ কাম। ঘৰত শুবলৈকে সময় নাই। তেওঁ প্ৰায়েই কয়, 'আমাৰ দেশখন নতুনকৈ গঢ়িব লাগিব। এখন গণতান্ত্ৰিক সমাজবাদী দেশ এনেয়ে গঢ়িব নোৱাৰি। আমাক ভাল কৰ্ম্মী লাগে। আমাৰ কৰ্ম্মীৰ অভাৱ। আমি সমাজবাদ গঢ়িম, কিন্তু একনায়কত্ববাদ বা ৰেজিমেণ্টেশ্বন্ যাতে গঢ়ি নুঠে তাৰ প্ৰতি দৃষ্টি ৰাখিব লাগিব। সেই কাৰণেই বহুত কাম নিজেই কৰিবলগীয়া হৈছে। সমাজবাদ এজনৰ কাম নহয়। দেশ গঢ়াৰ আৰু দেশ পৰিচালনাৰ দায়িত্ব সকলোৱে সমানে ভগাই ল'ব লাগিব।'

এবা, ছুৱৰাক হঠাতে লগ পাই ভাল পালোঁ। তেওঁ মোক দেখিয়ে চিনি পালে আৰু কোন ফালে আহিছিলোঁ সুধিলে। আমি ক'লোঁ। তেওঁ দুখ কৰিলে, নানা ব্যস্ততাৰ কাৰণে ইলেক্‌শ্বনৰ পিছত তেওঁ এবাৰো গাঁৱৰ ফালে যাবই পৰা নাই।

সস্তীয়া চাউলৰ দোকান এখন আমাৰ গাঁৱত দিয়া সম্পৰ্কত তেওঁ নিৰ্ভয় দি ক'লে যে এই বিষয়ে তেওঁ চাপ্লাই মিনিষ্টাৰক ক'ব। দুই-এদিনতে তেওঁৰ চিলঙলৈ যাব লগা আছে। তেওঁৰ ল'ৰাটোক যোৱা বছৰেই জাৰ্মেনীলৈ পঠিয়ালে, এই বছৰ ছোৱালীজনীক ইউ. এচ.

এ.লৈ পঠাব লাগে। সকলো ঠিক হৈ আছে। ছোৱালীজনীয়ে চিনিয়ৰ কেম্ব্ৰিজ পাচ্ কৰিলে। ফৰেইন্ এক্সেঞ্জৰ কাৰণে হে সামান্য অসুবিধা হৈছে। এইবাৰ দৰকাৰ হ'লে দিল্লীলৈ গৈ তেওঁ সকলো ঠিক কৰি আহিবগৈ।

সঁচাকৈয়ে মানুহজনে বৰ খাটিছে। বৰ ব্যস্ত।

মোক একাষৰীয়াকৈ মাতি নি ফুচ্ ফুচাই ক'লে, "মোৰ চিঠিখনৰ উত্তৰ নিদিলে দেখোন?"

মই ক'লোঁ, "নবীনক কথাটো সোধাই নাই।"

তেওঁ ক'লে, "নবীনকনো কেলেই সুধিব লাগিছে? নবীন ভাল ল'ৰা, আপোনাৰ কথা কেতিয়াও নেপেলায়। আপোনাৰ ভাগিনীয়েকলৈ ছোৱালী পাব—কিয় নাপাব? কিন্তু মোৰ ভাগিনীজনীৰ নিচিনা ছোৱালী নাপায়, মই ক'লোঁ দেই। আৰু মোক ধৰি আছে, মিনিষ্টাৰ হ'ব লাগে। কিন্তু মই বাহিৰে বাহিৰে ৰাইজৰ কাম কৰি ফুৰোঁতেই যায়, মিনিষ্টাৰ হৈ চিলঙত বহি থাকিবলৈ সময় ক'ত? অৱশ্যে অহা নিৰ্ব্বাচনৰ পিছত কিজানি নেৰিব। মিনিষ্টাৰ হ'বই লাগিব। মই মিনিষ্টাৰ হ'লে নবীনৰ নিচিনা ল'ৰা এটা বোম্বাইত পৰি থাকিব নালাগে। তাক ঘৰৰ ল'ৰা মই ঘৰলৈ লৈ আহিম। আপোনালোকে বিয়াখন সোনকালে পাতি পেলোৱাৰ দিহা কৰক।"

আমাৰ গাঁৱত সন্তীয়া চৰকাৰী চাউলৰ দোকান এখন দিছে। পিছে অসমীয়া মানুহক নিদিলে। কৰম সিঙক দিলে। সি ভাল দেছোৱালী দোকানী।

তুৰবাৰ ভাগিনীয়েকজনীক আমি নাই দেখা। চাবলৈ যাম জানো? আশাকৰোঁ কুশলে আছা।

মৰমৰ নবীন,

স্নেহাশীৰ্ব্বাদ ল'বা। তুমি পঠোৱা টকা আৰু চিঠি পাবৰ

কেইবাদিনো হ'ল। অকণমানিজনীৰ গা অসুখ আছিল। আইসকলে দেখা দিছিল, বৰ আমনি কৰিলে কেইদিনমান, এতিয়া ভাললৈ আহিছে। বাকী আমি সকলোৱে একপ্ৰকাৰ আছোঁ। ভিনিহিদেৱেৰো ভালেই আছে।

দেউতাৰপৰা চিঠি পাই আছা কিজানি। মই ভালেমান দিন ঘৰৰ ফালে যাব পৰা নাই। ঘৰখন এৰিনো কেনেকৈ যাওঁ? মাজতে এদিন ভিনিহিদেৱেৰ আমাৰ ঘৰলৈ গৈছিল। পেহীদেউহঁত ভালেই আছে।

পিছে দেউতা, মা আৰু পেহীদেউ তোমাৰ বিয়াৰ কথা লৈ চিন্তিত হৈ পৰিছে। তোমালৈ ছোৱালী দিম বুলি যিবোৰ মানুহে চিঠি-পত্ৰ দিছে, সেইবোৰ মানুহৰ ঘৰলৈ ছোৱালী চাবলৈ দেউতাহঁত নোযোৱাকৈ থকা নাই। কিন্তু দেউতা কেনেকুৱা মানুহ জানাই। হয়তো ছোৱালী অপচন্দ নহ'লহেঁতেন, কিন্তু ছোৱালীৰ মাক-বাপেক, বা অভিভাৱকবোৰে দেউতাক হতাশ কৰিছে। আটাইবোৰ ধনী মানুহেই, কিন্তু আটাইবোৰ চোৰ আৰু ঠগ। ৰাইজক আৰু দেশখনক ফাকি দি অন্যায়ভাৱে ধনী হোৱা মানুহ। সেইবোৰ মানুহৰ লগত দেউতাই কেতিয়াও মিতিৰ নাপাতে। ভিনিহিদেৱেৰে বুজাইছিল যে আমি ছোৱালী হে আনিম, বাপেক-মাকৰ টকা-পইচাৰ লগত আমাৰ কি সম্পৰ্ক? দেউতাই কিন্তু নামানে। দেউতাই কয়, পাপী-প্ৰৱঞ্চকৰ সন্তান ভাল হ'ব কেনেকৈ? সিহঁতৰ তেজত যে পাপৰ বিহ সোমাই আছে। দেউতাক বুজোৱা টান। আজি-কালিনো ঘোচ নোখোৱা, ফাকি নিদিয়া, চোৰাং বেপাৰ নকৰা মানুহ কোন আছে? দেউতাই কিন্তু নামানে।

আমাকো তোমাৰ কাৰণে ছোৱালী চাবলৈ কয়। আমিনো বাৰু দেউতাই বিচৰাৰ নিচিনা নিৰহ-নিপানী ভাল মানুহ ক'ত পাম? আৰু যিবোৰে ছোৱালী দিয়াৰ মনেৰে আমাৰ লগত কথা-বতৰা হয়হি, সেইবোৰৰ সৰহভাগেই বেয়া-ধনৰ গৰাকী।

অলপতে মহিলা সমিতিৰ এখন ডাঙৰ সভা হৈছিল। আমিও গৈছিলোঁ। পুৰন্দৰ কাকতীৰ পৰিবাৰ বিজয়া কাকতী আহিছিল সভানেত্ৰী হৈ। বিজয়াৰ কথা কিজানি তোমাৰ মনত থাকিব পাৰে। আজি আঠ বছৰমানৰ আগতে যে ঘৰৰপৰা পলাই গৈ তেতিয়াৰ একজিকিউটিভ্ ইঞ্জিনীয়াৰ কাকতীৰ লগত বিয়া হৈছিল।

পুৰন্দৰ কাকতী আজি-কালি চুপাৰিণ্টেণ্ডিং ইঞ্জিনীয়াৰ।

বিজয়াই মোক পাহৰা নাছিল। সভাৰ পিছত মই লগ ধৰিলোঁ। বহুত কথা-বতৰা পাতিলোঁ। ইটো-সিটো কথাৰ পিছত ক'লে, "পেহীয়েৰৰ ল'ৰাটো ক'ত থাকে আজি-কালি? বিলাতৰপৰা আহিল নহয়? ডাঙৰ চাকাৰ কৰে বুলি শুনিছোঁ। কিমান দৰমহা পায়?"

মই ক'লোঁ, "ভালকৈ ক'ব নোৱাৰোঁ। কামত সোমোৱাৰ বৰ বেছি দিন হোৱা নাই নহয়। মই জনাত এতিয়া ওঠৰ শকৈ পায়।"

"অ' দৰমহা-পাতি ভালেই। হেৰি কৰা হে। মোৰ সৰু ননদজনী আছে। ভাল ছোৱালী। আমাৰ লগতে থাকে। আমাৰ আকৌ ল'ৰা-ছোৱালী নায়েই। তাইৰ বিয়া আমিয়ে পাতিব লাগিব। ভায়েৰাইকে নি থোৱা ছোৱালীজনী। বেয়া হ'ব নেকি? আমাৰে ছোৱালী বুলি ধৰাচোন। আমাৰ কাকতীৰ প্ৰমোচন দিউ হৈ আছে, এডিশ্বনেল চীফ্ ইঞ্জিনীয়াৰ হ'ব। আৰু তোমাৰ আগত লুকুৱাবলৈ কি আছে? এওঁ কাকতীয়ে টকা খায়— সকলোৱে জানে। নহ'লেনো কেনেকৈ চলিব হে আজি-কালি, বস্তুৰ যি হে দাম হৈছে। কোৱা শুনিছোঁ বোলে এন্টি-কৰাপশ্বন্ লগাইছে। কিটো কৰিব হে? এন্টি-কৰাপশ্বনৰ মানুহবোৰে এওঁলোকতকৈ বেছি হে ঘোচ খায়। কুৰি বা পঁচিশ হাজাৰ টকা দিলেই ঠাণ্ডা হৈ যাব। আৰু আমাৰনো কিমান নগদ টকা আছে? খুব বেছি হয় যদি আঠ বা দহ লাখ হ'ব। আজি-কালি পাণ-দোকানীবো এক লাখ টকা থাকে। নহয়? ছোৱালীজনী বৰ

ভাল জানিছা। কোনোবা কোনোবা আহিছে, পিছে বৰ দুখীয়া হে। ই. এ. চি-চি. এ. চি.বোৰলৈনো কি দিবা? মাহেকত এহাজাৰ টকাও নাপায়। মই তোমাক কথা দিছোঁ—তোমালোকৰ নবীনলৈ নিয়া। মই কাকতীক ধৰি নগদ এক লাখ টকা যৌতুকত দিয়াম। কাকতীয়ে নিজে দিব লাগিছে নে কিবা? ডাঙৰ ঠিকাদাৰ এটাক ক'লেই হ'ল। মনে মনে থাকিলা দেখোন?"

সঁচাকৈয়ে নবীন, যিজনী বিজয়াই লাখৰ কমত কথাই নকয়, তেওঁকনো মই আৰু কি ক'ম? মই ক'লোঁ, "মই বাৰু দেউতাক জনাম আৰু নবীনলৈও লিখিম।"

পিছে মই জানো, কাকতীৰ নিচিনা জঘন্য ঘোচখোৰ এটাৰ চোতালতো দেউতাই ভৰি নিদিয়ে। টকা দেখি ভোল যোৱা মানুহ দেউতা নহয়। দেউতাক নাই জনোৱা, তোমালৈকে লিখিলোঁ।

আশাকৰোঁ কুশলে আছা।

তোমাৰ বাইদেৱেৰা—

ৰবমাই।

পুঃ—আমি ভালেই চলি আছোঁ। তুমি আমালৈ টকা নপঠালেও বেয়া নাপাওঁ। ঈশ্বৰে যেন তোমাক কুশলে ৰাখক।

বাইদেউ।

এদিন মোমাইদেৱে মোক তেওঁলোকৰ ঘৰলৈ মাতি পঠিয়ালে। মোমাইদেউলৈ মোৰ অলপ ভয় লাগে। গোটেই জীৱন ল'ৰা পঢ়ুৱালে, এতিয়া আমি ডাঙৰ হ'লোঁ যদিও আমাক সৰু ল'ৰা বুলিয়ে ধৰে আৰু শাসনৰ সুৰতে কথা কয়।

মোমাইদেৱে মতাত মোৰ অলপ ভয় খোৱাৰ কাৰণো আছিল। বৌটিহঁতে মোৰ বিয়াৰ কথাও মাজে মাজে আলচ কৰে। কাৰণ বয়সত মই নবীনতকৈ ডাঙৰ আৰু মোৰো বিয়াৰ বয়স হৈছে। অৱশ্যে মোৰ আৰ্জ্জন তেনেই কম; খেতি-বাতি কৰি কোনোমতে চলোঁ। মোৰ বিদ্যাও বেছি নাই। আমাৰ ওচৰৰে ষ্টেট্ ট্ৰেন্স্‌প'ৰ্ট

অফিচটোতে বুকিং ক্লাৰ্কৰ কাম কৰোঁ। কিন্তু দৰমহাৰে নাটে। গতিকে যিকণ আজৰি উলিয়াব পাৰোঁ, সেইকণকে খেতি-বাতি কৰাত খটাওঁ।

বিয়া পতাৰ কথা ময়ো ভাবিছোঁ। কিন্তু সাহ কৰিব পৰা নাই। নিজেই চলিব নোৱাৰোঁ, পৰিয়াল কেনেকৈ পোহ-পাল দিম? ভয় হয় কিজানি মোমাইদেৱে মোৰ বিয়াৰ কথাকে উলিয়ায়।

মোমাইদেউৰ লগত ভাল-বেয়া কথা পাতিলোঁ। তেওঁক আগতকৈ কিছু শান্ত যেন লাগিল, যেন অলপ হতাশো হৈছে। বয়সো হৈছে নহয়, যথেষ্ট।

অন্যান্য কথাৰ পিছত মোমাইদেৱে সুধিলে, "বাহিৰা পইচা কিমান পাৱ?"

মই উচাপ্ খাই উঠিলোঁ। একো নকৈ মই মোমাইদেউৰ মুখলৈ চালোঁ।

বিতৃষ্ণা, অভিযোগ আৰু বিৰক্তি ভৰা মাতেৰে মোমাইদেৱে ক'লে, "বাহিৰা পইচা নাখালে কেনেকৈ জীয়াই থাকিবি? তহঁতে হ'বলা খাবলৈ সুবিধা নাপাৱ? এৰা, কোৱা শুনিছোঁ তহঁতৰ ওপৰৱালাবোৰে হে পায়। তহঁতেনো ভাৰ ভাগ কেনেকৈ পাবি?"

মাহী আৰু মামীৰ লগত ঘৰুৱা কথা পাতিলোঁ। মামীয়ে ক'লে যে নবীনৰ কাৰণে ভাল মানুহৰ এজনী ভাল ছোৱালী বিচাৰি নোপোৱাত হে মোমাইদেউৰ বেজাৰ। আজি-কালি ধনী মানুহ ঢেৰ, কিন্তু ভাল মানুহ নোহোৱা হৈ আহিছে। আজি-কালি সৎ মানুহ ধনী হ'ব নোৱাৰে, সৎ আৰ্জ্জনেৰে আজি-কালি মানুহে ভাত-কাপোৰকে যোগাৰ কৰিব নোৱাৰে। অসৎ উপায়ে ধন ঘটা মানুহবোৰেই দুয়ো হাতে ধন গোটাইছে। পিছে মোমাইদেৱে সেইবোৰ মানুহৰ নামকে শুনিব নোৱাৰে।

মামীয়ে বহুত কথা ক'লে। অৱসৰ পোৱা পুলিচ চি. আই. ডি. এজনৰপৰাও হেনো চিঠি আহিছে। তেওঁ হেনো তিনিজনী নে

চাৰিজনী বিয়া কৰাইছিল। তিনিজনীমান ছোৱালী এতিয়াও দিবলগীয়া আছে। পিছে তেওঁ বোলে বৰ অত্যাচাৰী আছিল। বৃটিচৰ দিনত তেওঁৰ সমান অত্যাচাৰ কৰা পুলিচ অফিচাৰ অতি কম আছিল। এইবাবেই বছৰে বছৰে তেওঁৰ প্ৰমোচন হৈছিল। '৪২ চনত বিদ্ৰোহীক দমন কৰাত তেওঁৰ সমান নৃশংসভাৱে অন্য কোনোৱে পুলিচৰ লাঠী-বন্দুক ব্যৱহাৰ কৰা নাছিল। বিটায়াৰ কৰাৰ পিছত তেওঁ দেশ-প্ৰেমিক হ'ল। অহা নিৰ্ব্বাচনত তেওঁ বিধান সভাৰ প্ৰাৰ্থী হ'ব। টকা-পইচাও অজস্ৰ কৰিলে। তেওঁৰে ছোৱালী এজনী নবীনলৈ যাচিছে।···

মোমাইদেৱে ক'লে, "নবীনলৈ ভাল ছোৱালী এজনী পোৱা নাই। তইঁতে চাইঁকচোন, মানুহঘৰ দুখীয়া হওক, ভাল হ'ব লাগে। কুকুৰবোৰৰ লগত কেনেকৈ মিতিৰ পাতিবি? এই চোৰবোৰে দেশখন ৰসাতলে নিয়াইছে। এনেকৈ চলি থাকিলে আমাৰ দেশখন সৰহ দিন নাথাকে। মই বিচাৰিছোঁ। ·আমাৰ এইফালে যদি ভাল ছোৱালী নাপাওঁ, নবীনক মই ইংলণ্ড-চিংলণ্ডৰ ফালৰ ছোৱালী এজনীকে আনিবলৈ ক'ম। বিদেশী-বিধৰ্ম্মী হ'ল কি হ'ল, সিহঁত মানুহ হৈ আছে, অমানুহ হোৱা নাই। আমাৰ ইয়াৰ মানুহবোৰৰ নিচিনা কুকুৰ হৈ যোৱা নাই, মানুহ হোৱাটোৱেই আচল ধৰ্ম্ম। নবীনে যদি এঘৰ 'মানুহৰ' লগত মিতিৰ পাতিব পাৰে, মই বৰ সুখী হ'ম। লাগিলে সেই মানুহঘৰ মুছলমানেই হওক বা খৃষ্টানেই হওক।"

মই একো ক'ব নোৱাৰিলোঁ। মোমাইদেউৰ নিচিনা এজন নৈষ্ঠিক হিন্দু মানুহে কিমান দুখ আৰু বেজাৰত এই কথা কৈছে মই বুজিছিলোঁ। সমাজৰ অধঃপতনে তেওঁক অতিশয় আঘাত দিছিল।

মোক তেওঁ ক'লে, "তোৰ বিয়াখনো সোনকালে পাতিব লাগে। মা'ৰক ক'বি। ক'ৰবাত কোনোবাই ছোৱালী চাই-মেলি থৈছহঁক যদিও খোলাখুলিকৈ জনাবি। পাৰিলে জীয়াই থাকোঁতেই

তইঁতহালব ঘৰ দুখন পাতি থৈ যাওঁ। সৰহ দিন বাচি থকাৰ অকণো ইচ্ছা নাই। মোৰ আজি-কালি উশাহ ল'বলৈকো ভয় লাগে। পাপ-অন্যায়েৰে দেশখন ভৰিল। যিমান সোনকালে এইখন পৃথিৱীৰপৰা যাব পাৰোঁ, সিমানে আত্মাটোৱে শান্তি পাব।"

অৱশ্যে মোৰ বিয়া লৈ নবীনৰ নিচিনা কোনো সমস্যাৰ উদ্ভৱ হোৱাৰ আশঙ্কা নাই। মই কোনো লেখৰ মানুহ নহওঁ। একেবাৰে সাধাৰণ মানুহ। বৌটি বুঢ়ী হৈছে, ছোৱালী এজনী বোৱাৰী কৰি আনিব লাগিব। ইয়াকে লৈ হৈ-চৈ কৰাৰ, ঢাক-ঢোল বজোৱাৰ কোনো দৰকাৰ নহয়।

আৰু মোৰ সৌভাগ্যই বুলিম যে এজনী ছোৱালীক বিয়া কৰাম বুলি মই একপ্ৰকাৰ ব্যৱস্থাই কৰি ৰাখিছোঁ। অৱশ্যে সেই ছোৱালীৰ বাহিৰে কথাটো আন কোনোৱে নাজানে। আমাৰ কথা দিয়া-দি হোৱা নাই, কিন্তু বুজা-বুজি আছে। মোৰ নিচিনাই সাধাৰণ ঘৰৰ সাধাৰণ ছোৱালী, নিজে আৰ্জ্জন কৰি নিজে চলে, আৰু পৰিয়াল পোহে। মোৰ কাৰণে তেনেকুৱা ছোৱালীয়েই উপযুক্ত হ'ব। এটা উচ্চ বুনিয়াদী স্কুলত শিক্ষয়িত্ৰী কৰে। ট্ৰেইনিং পাচ্ কৰিলে। অলপ বয়স হৈছে। কিন্তু মোৰো বয়স কোহোৱা নহয়।

মনে মনে থিৰ কৰিলোঁ যে নবীনৰ বিয়াৰ বন্দৱস্তটো হৈ গ'লেই মোৰ কথাটোও মোমাইদেউহঁতক জনাম। আগেয়ে নবীনৰ হৈ যাওক। সি আজি-কালি এটা বিখ্যাত মানুহ।

অলপতে নবীনৰপৰা এখন চিঠি পাইছোঁ। সাধাৰণতে মোলৈ লিখা অন্য চিঠিতকৈ অলপ দীঘল চিঠিখন। কিন্তু চিঠিখনে মোক বিমোৰত পেলাইছে। কি কৰিম মই একো নিৰ্ণয় ক'ৰিব পৰা নাই। নবীনে লিখিছে:

মৰমৰ চন্দন,

মোমাইদেউৰ শেহতীয়া চিঠিখন ইয়াৰ লগতে পঠালোঁ। পঢ়ি চাবি। মোৰ কাৰণে ছোৱালী বিচাৰি মোমাইদেৱে বৰ মনোকষ্ট

পাইছে। মই আৰু মোলৈ অহা চিঠিবোৰ মোমাইদেউলৈ নপঠাম বুলিয়েই ভাবিছোঁ। মই আচৰিত হৈছোঁ যে এটা হাজাৰ-টকীয়া বা দুহাজাৰ-টকীয়া চাকৰি পোৱাতে হঠাৎ মোৰ দাম ইমান বাঢ়ি গ'ল কিয়? নিচিনা-নজনায়ো মোক আপোন কৰি ল'বলৈ ইমান ব্যগ্র হৈ উঠিছে কিয়? আমাৰ সমাজখন ইমান বেছি ধনমুখী কোনো কাহানিও নাছিল। মানুহৰ নিজ নিজ আৰ্থিক অৱস্থাৰ উন্নয়নৰ কাৰণে সৎ প্রচেষ্টা চলোৱাটো সুস্থ আৰু স্বাভাৱিক কথা। সেয়ে নহ'লে সমাজৰ উন্নতি নহয়। কিন্তু আজি আমাৰ সমাজৰ মন এটা অস্বাভাৱিক বিকৃত লক্ষ্যৰ ফালে ধাৱিত হৈছে।

ইতিমধ্যে আৰু কেইবা ঠাইৰপৰাও মই চিঠি পাইছোঁ। চাপ্লাই চুপাৰিণ্টেণ্ডেণ্ট্, চেল্-টেক্স, ইন্‌ক'ম-টেক্সৰ ডাঙৰ বিষয়া, ডাঙৰ ঠিকাদাৰ আৰু ডাঙৰ ব্যৱসায়ী। সকলোৰে এটাই বক্তব্য, তেওঁলোকে মোক ধনী কৰিবলৈ বিচাৰে। তেওঁলোকৰ ছোৱালী বিয়া কৰালে মই বহুত টকা পাম। আৰু মোৰ কোনো সমস্যাই নাথাকিব।

ইউৰোপ-আমেৰিকাৰ আমাৰ বহুতে মেটেৰিয়েলিষ্ট্ বুলি দোষাৰোপ কৰে। কিন্তু বৰ্ত্তমান পৃথিৱীৰ ভিতৰতেই আমাৰ দেশখন এখন নিকৃষ্ট মেটেৰিয়েলিষ্ট্ দেশলৈ পৰিবৰ্ত্তিত হৈছে। পশ্চিমৰ দেশতো মানুহৰ ধন-লিপ্সা আছে। কিন্তু তাত অধিক ধন ঘটিবৰ কাৰণে সুস্থ সংস্কাৰ আৰু প্রতিযোগিতা আছে। আমাৰ দেশৰ নিচিনা অধম আৰু নীচ দুৰ্নীতি নাই। মোৰ কোনো বিশেষ ৰাজনৈতিক বা অৰ্থনৈতিক আদৰ্শৰ প্রতি আনুগত্য নাই। কিন্তু মই জানো যে ধনতন্ত্রই হওক বা সমাজতন্ত্রই হওক, যিটো ব্যৱস্থাত মানুহ অমানুহ হৈ নাযায়, মোমাইদেউৰ ভাষাত—মানুহ কুকুৰ হৈ নাযায়, সেইটো ব্যৱস্থাই মোৰ নমস্য। আজি আৰু ঘৰৰ মুধৰপৰা চিঞৰি ক'বৰ দৰকাৰ নাই যে ভাৰতবৰ্ষত একবিন্দু সমাজবাদো প্রতিষ্ঠা হোৱা নাই। ইয়াত সদ্যমুক্ত এখন উপনিবেশী দেশে ধনতন্ত্রৰ সকলো প্রতিক্রিয়াশীল আৰু সমাজ-বিৰোধী দুৰ্নীতি আয়ত্ত কৰাত

আত্মনিয়োগ কৰিছে। বিদেশী শাসনৰ আমোলতো ভাৰতৰ এনে অধঃপতন হোৱা নাছিল। সৎ আৰু সুস্থ উপায়ে ধনী হোৱাটো পাপ নহয়, অন্যায় নহয়। কিন্তু আমাৰ দেশত দুৰ্নীতি-পৰায়ণ অসৎ লোকেই সৰ্ব্বে-সৰ্ব্বা হৈছে, দেশ আৰু জাতিৰ ভাগ্য-নিয়ন্তা হৈছে।

মোমাইদেৱে লিখিছে যে তেওঁৰ মৰিবৰ ইচ্ছা হৈছে। পাপ নোহোৱা হ'লে তেওঁ আত্মহত্যা কৰিলেহেঁতেন। প্ৰকৃততে আমাৰ সমাজত সৎ আৰু ন্যায়পৰায়ণৰ অপমৃত্যুৰ পথ ৰচিত হৈছে। আমাৰ কোনো ভৱিষ্যৎ নাই যেন লাগিছে।

মই বিয়া নকৰালোঁৱেইহেঁতেন, কিন্তু মোমাইদেউ, মামীদেউ আৰু মোৰ মা'ক মই অসন্তুষ্ট কৰিবলৈ নিবিচাৰোঁ। আৰু মই দুৰ্নীতি-পৰায়ণ, ঘোচ-খোৰ, চোৰাং-বেপাৰী, ধনলিপ্সু চৰকাৰী বিষয়া আদিৰো বহতীয়া হ'বলৈ নিবিচাৰোঁ। মোমাইদেউৰ নিচিনা মানুহ আমাৰ সমাজত একেবাৰে নাইকিয়া হোৱা নাই। সেয়ে আমাৰ আশাৰ ভিত্তি। নহ'লে যিখন দেশে শিশুৰ আহাৰ আৰু ৰোগীৰ ঔষধো ভেজাল কৰে, সেইখন দেশৰ ভৱিষ্যৎ আছে বুলি মহামূৰ্খৰ বাহিৰে আনে বিশ্বাস কৰিব নোৱাৰে!

বাৰু, এইবোৰ কথা থাওক। মোৰ বিয়াৰ কথা: বহুত ভাবি-চিন্তি কথাটো তোলৈকে লিখিছো। মোৰ মতিভ্ৰম হোৱা বুলি নাভাবিবি, আৰু মই কিবা আদৰ্শবাদী ভাব-প্ৰৱণতা কৰিবলৈও বিচৰা নাই। বহুত ভাবি-চিন্তি হে তোলৈ লিখিছোঁ। তোৰ মতামত জনাবি। জেঠাইদেউৰ লগতো পৰামৰ্শ কৰিবি। অন্য ছোৱালীৰ কথা বাদ দিছোঁ। দৰকাৰ নাই। বেয়া গছৰ ভাল গুটি নলগাটোৱেই স্বাভাৱিক।

ভাহানি মই হাইস্কুলত আৰু পিছত কলেজত পঢ়োঁতে আমাৰ গাঁৱৰে কাঞ্চন নামৰ ছোৱালী এজনীয়ে আমাৰ স্কুলতে পঢ়িছিল। আমাতকৈ তলত পঢ়িছিল। তোৰ মনত আছে নে বাৰু? ছোৱালীজনীৰ চেহেৰা-পানীৰ কথা এৰিয়া মোৰ তাইকৈ মনত

নাই। মিঠা ৰবলীয়া আছিল ছোৱালীজনী। পঢ়া-শুনাত ভাল আছিল—নহয় ?

কেইবা বছৰো ছোৱালীজনীক মই দেখা নাই। এতিয়া ক'ত আছে নাজানো। মেট্ৰিক পাচ কৰি কোনোবা স্কুলত কাম কৰিছে বুলি শুনিছিলোঁ। সঠিক একো ক'ব নোৱাৰোঁ।

তই এটা কাম কৰিবি নে ? কাঞ্চন এতিয়া ক'ত আছে, কি কৰিছে খবৰ লৈ জনাবি নে ? আৰু বিয়া হৈ গ'ল নেকি ? যদি নাই হোৱা, আৰু মই যদি বিয়া কৰাব খোজোঁ, মান্তি হ'ব নে খবৰ কৰিবি।

মই চিন্তা কৰি চাইছোঁ। মোৰ দেহাৰ ভিতৰত আমাৰ গাঁৱৰ মাটি-পানীৰ গন্ধ আছে। মই বিলাতলৈ যাব পাৰোঁ, কিন্তু এতিয়াও মই গাঁৱলীয়া হৈয়ে আছোঁ। মই কাঞ্চনৰ নিচিনা এজনী গাঁৱলীয়া ছোৱালীৰ কাৰণে হে উপযুক্ত।

তইঁতে ভুল নুবুজিবি। ধনৰ জোখেৰে মানুহৰ মূল্য নিৰ্দ্ধাৰণ কৰাত লাগি থকা সমাজখনত মনৰ কোনো দাম নাই। কিন্তু মই ধনৰ ওচৰত বেচা যাবলৈ প্ৰস্তুত নহওঁ।

কাঞ্চন যদি মান্তি হয়, মই মোমাইদেউলৈ লিখি সোনকালে বিয়াখন পতাই পেলাম। তই অলপ গাত লাগি ব্যৱস্থাটো কৰিবি।

অ' তোৰ বিয়াৰ কি ঠিক কৰিছ ? মোতকৈ আগেয়ে তোৰ হে বিয়া হ'ব লাগে। তই মোতকৈ ডাঙৰ। জেঠাইদেউহঁতে কিবা দিহা কৰিছে নিশ্চয়। লিখি জনাবি দেই।

মই ভালেই আছোঁ। আশাকৰোঁ তইঁতো কুশলে আছ।

তোৰ মৰমৰ,

নবীন।

পুনঃ—যদি ইতিমধ্যে কাঞ্চনৰ বিয়া হৈ গৈছে, তেন্তে এই চিঠিখনৰ কথাবোৰ অদৰকাৰী বুলি ধৰিবি। অন্য ছোৱালীৰ কথা

থিবাং কৰিবলৈ সময় লাগিব। বিয়া হ'ল যদি কাৰ লগত, কেতিয়া হ'ল জনাবি।

—নবীন।

নবীনৰ চিঠিখনে মোক বিমোৰত পেলাইছে। সি যে অৱশেষত কাঞ্চনৰ কথা লিখিব মই ভবা নাছিলোঁ। কাঞ্চন এজনী সাধাৰণ শিক্ষয়িত্ৰী, এটা উচ্চ বুনিয়াদী স্কুলত মাষ্টৰণী কৰে। কাঞ্চনক মই বিয়া কৰাম বুলি ভাবিছিলোঁ। মই আৰু কাঞ্চন দুয়ো সাধাৰণ শ্ৰেণীৰ দুখীয়া মানুহ। অৱশ্যে কাঞ্চন ভাল ছোৱালী আৰু কাঞ্চনক বিয়া কৰোৱাৰ কথা বহুদিনৰপৰা মই ভাবি আছোঁ বুলি কাঞ্চনেও জানে।

এতিয়া সেইজনী কাঞ্চনকে নবীনে বিয়া কৰাব খুজিছে।

মই বিমোৰত পৰিছোঁ। কিন্তু নবীনৰ নিচিনা এটা ল'ৰাক বাক্ষসৰ মুখৰপৰা ৰক্ষা কৰিব লাগিলে মই অকণমান ত্যাগ কৰিবই লাগিব কিজানি। হয়তো কথাটো মোমাইদেউক জনাব লাগিব।

গোটেই চহৰখনতে ডাঙৰ ডাঙৰ আখৰেৰে ছপোৱা ডাঙৰ ডাঙৰ প'ষ্টাৰবোৰ মৰা হ'ল। স্থানীয় বাতৰি কাকতত সকলোৰে চকুত পৰাকৈ প্ৰথম পৃষ্ঠাতে বিজ্ঞাপন প্ৰকাশ কৰা হ'ল। ছাপা কৰা নিমন্ত্ৰণী পত্ৰও চাৰিওফালে দিয়া হ'ল মুঠতে প্ৰচাৰৰ বিষয়ত কোনো কাৰ্পণ্য কৰা নহ'ল।

'জনতা সংস্কৃতি ভৱন'টো সাজি উলিয়াবৰ বেছি দিন হোৱা নাই। নতুন হৈয়ে আছে। তথাপি তাৰ বেৰবোৰত নতুনকৈ চূণ দিয়া হ'ল, মকৰা-জালবোৰ গুচাই আহল-বহল অ'ডিটৰিয়ামটো নতুনকৈ সজোৱা হ'ল। দুৱাৰমুখত টাবত অৰ্কিড্ আৰু পাতবাহাৰ আৰু সিজু আনি কলাসুলভভাৱে থোৱা হ'ল।

নীয়ন লাইটৰ দীঘল দীঘল টিউব্‌বোৰ সুপৰিকল্পিতভাৱে মৰা হ'ল। ভিতৰত মঞ্চৰ ওপৰত দলিচা পাৰি চকী-মেজেৰে সুসজ্জিত কৰা হ'ল।

আয়োজনৰ কোনো ত্ৰুটি যাতে কেনিও থাকিব নোৱাৰে, তাৰ প্ৰতি সংশ্লিষ্ট সকলোৱে সক্ৰিয় মনোযোগ দিলে।

চহৰখনত যেন এটা একেবাৰে নতুন উৎসৱ হ'ব ধৰিছে আৰু তাৰ কাৰণে এটা আলোড়ন আৰু উখল-মাখলৰ সৃষ্টি হৈছে। সকলোৰে মুখত একেটাই কথা, একেটাই আলোচনা।

ৰঙা চালু কাপোৰত কপাহৰ আখৰেৰে লিখা কেইখনমান দীঘল দীঘল ফেষ্টুন চহৰৰ প্ৰধান আলিবাটবোৰৰ ওপৰত ওলোমাই দিয়া হ'ল। আয়োজনটো সঁচাকৈয়ে বিৰাট আয়োজনেই হ'ল। বহুতে মন্তব্য কৰিলে—এনে ব্যৱস্থা আগেয়ে অতি কমেই কৰা হৈছে।

* * * *

আজি দিনটোৰ ভিতৰত পুৱাবেপৰা এই আবেলি চাবে তিনি বজালৈকে ন-দহ ঘণ্টাৰ ভিতৰত ঝৰ্ণা দেৱীয়ে তিনিবাৰ গা ধুলে। একোবাৰ গা ধোওঁতে তেওঁৰ অস্বাভাৱিকভাৱে বহুত বহুত সময় লাগিল। এই শেষবাৰ তেওঁ দুই বজাতে বাথ-ৰুমত সোমাইছিল। পুৰা এঘণ্টা পোন্ধৰ মিনিটৰ মূৰত হে তেওঁ গা-ধোৱা ঘৰৰপৰা ওলাই আহিল।

সুগন্ধি, কুহুমীয়া পানীৰে কোমলকৈ ঘঁহি ঘঁহি তেওঁ গা ধুলে। তেওঁ সন্তৰ্পণে চেষ্টা কৰিলে যেন নখৰপৰা চুলিৰ আগ পৰ্য্যন্ত ক'তো অকণো মলিৰ কণা এটাও নেথাকক। আগৰেপৰা বাথ-ৰুমৰ ডাঙৰ বাথ-টাবটোত বিৱস্ত্ৰা হৈ গা ধোৱাটো তেওঁৰ অভ্যাস্। আজিও তেনেকৈয়ে ঘঁহি-পিহি গা ধুলে। এইদৰে গা ধুই তেওঁ যেন গাৰপৰা মলিকে গুচাবৰ চেষ্টা নকৰিলে, তেওঁ যেন চেষ্টা কৰিলে তেওঁৰ দেহাৰপৰা বয়সৰ আঁকবোৰ ধুই পেলাবৰ। তেওঁ যেন সম্পূৰ্ণ নতুন হ'ব, এজনী সম্পূৰ্ণ নতুন ছোৱালী হ'ব। এই কাৰণেই তেওঁ বহুত পৰ ঘঁহি ঘঁহি গা ধুলে।

বহল বাথ-টাৱেল্খনকে গাত মেৰিয়াই ঝৰ্ণা দেৱী বাথ-ৰুমৰপৰা ওলাই বহল আৰু তেওঁৰ সমানেই ওখ বেলজিয়ান্ মিৰৰ্খনৰ সন্মুখত ৰ'লহি। দাপোণখনত তেওঁ দেখিলে ধক্ ধক্ কৰে বগা, কুন্দত কটা গ'ঢ়িত এখন কোমল মুখ, এহাল গভীৰ ক'লা চকু, গ্ৰীক ভাস্কৰে কটা শিলামূৰ্ত্তিৰ নিচিনা এটা জোঙা, গ'ঢ়িত নাক। নাকৰ বাঁওফালে ওঁঠৰ ওপৰতে এটা ধুনীয়া ক'লা তিল, প্ৰশস্ত বহল কপালখনৰ মসৃণতাৰ ওপৰত দেখ-নেদেখ দুই-এডাল পথালি ৰেখা আৰু তাকে ঢাকি ওপৰৰপৰা নামি অহা দুডালিমান চুটি চুটি চুলি।

ঝৰ্ণা দেৱীয়ে ভালকৈ চালে। এই ছোৱালীজনীক যেন তেওঁ বহুত দিন লগ পোৱা নাছিল, দেখা নাছিল। চাই থাকি তেওঁৰ চাই থাকিবৰ মন গ'ল। গাল দুখন বৈ আহি থুঁতৰিটোতে লগ লাগিছেহি—এইটো থুঁতৰি, যাৰ ভাষা আছে, মুখখনৰ সৌন্দৰ্য্য

বৃদ্ধি কৰিবৰ কাৰণে যিটো থুঁতৰিৰ মসৃণ কোমলতাত এটা নীৰৱ ৰহস্যময় ৰাম্যতা সদায় জীৱন্ত।

হাতৰ তলুৱাৰে ঝৰ্ণা দেৱীয়ে গ'ঢ়িত থুঁতৰিটোক অকণমান মৰম কৰিলে। তাৰ পিছত লাহে লাহে চকু তললৈ নমাই নিলে।

এইটো ডিঙি, ৰাজহাঁহৰ প্ৰগলভতা, নে বন-হৰিণীৰ চাঞ্চল্যতাই উন্মাদ কৰা এই ডিঙি—গ্ৰীৱাদেশ, ইয়াৰ অস্তিত্বৰ এটাই সাৰ্থকতা—কোনো উন্মাদ পুৰুষৰ আৱেগ-চঞ্চল সবল বাহুৰ মাজত ধৰা দিয়া, কাৰোবাৰ তপত ওঁঠৰ পৰশত কঁপি উঠা, নাচি উঠা। গৰ্ব্ব আৰু নম্ৰতা প্ৰকাশৰ অৱলম্বন এই সুগোল, সামান্য-দীঘল ডিঙিটো! তুভাল ক'লা সিৰৰ ৰেখাই সুকোমল বগা ডিঙিটো যেন স্বাভাৱিক অলঙ্কাৰেৰে আকৰ্ষণীয় কৰি তুলিছে।

ঝৰ্ণা দেৱীয়ে মুৰটো অলপ ইফাল-সিফাল কৰি ডিঙিটোৰ সোঁ, বাঁও আৰু ঘাৰৰ দিশটোও এবাৰ চাই ল'বৰ চেষ্টা কৰিলে।

ধক্ ধক্ কৰে বগা বহল কান্ধখন আৰু তাৰপৰা নামি অহা সুগোল মিহি বাহু দুটাত তেওঁৰ চকু পৰিল। এই বাহু দুটা আৰু মাংসল বুকুৰ চেপাই সৃষ্টি কৰা কাষলতি দুখনে হেজাৰ ৰহস্যৰ সৃষ্টি কৰে, তাৰ মাজত জন্ম হয় হেজাৰ দুৰ্ব্বোধ্য ইতিহাসৰ। বাহু দুটাই কথা কয়, হেজাৰ শেষ নোহোৱা মৰমৰ কথা কয়।

ঝৰ্ণা দেৱীয়ে কোমলকৈ নিজৰ দুয়োটা বাহুৰ ওপৰত হাত ফুৰালে। যেন বাহু দুটাক নীৰৱে অকণমান নিবিড় মৰম কৰিব খুজিলে। তেওঁৰ মনত পৰিল—কাপোৰৰ আৱৰণৰপৰা মুক্ত হোৱা এই বাহু দুটাই কিমান মানুহক কত ৰকমে আকৰ্ষণ কৰিছিল। বাহু দুটা চুই চাবৰ কাৰণে কিমান পুৰুষে লোলুপ চাৱনিৰে নিৰ্লজ্জ ক্ষুধিত চাৱনিৰে চাইছিল!

কোমল টাৱেলখনে তেওঁৰ কাষলতিৰ তলেদি গাটোক মেৰাই ধৰি আছে। তেওঁৰ নিজকে ভালকৈ চাবৰ মন গ'ল। তেওঁৰ চাবৰ

মন গ'ল তেওঁৰ যৌৱনৰ অনন্ত সম্পদক, চাবৰ মন গ'ল তেওঁৰ উৰ্ব্বশী নাৰীত্বৰ স্বৰ্ণ-স্বাক্ষৰক।

সিটো কোঠাৰ ৱাল-ক্লকটোৰ মিঠা এটা শব্দ হ'ল। ঝৰ্ণা দেৱীৰ কাণত পৰিল। এক, দুই, তিনি, চাৰি—তাৰ পিছত মিঠা শব্দটো ক্ৰমে নীৰৱতাৰ বুকুত লীন গ'ল।

ঘড়ীটোৰ শব্দই ঝৰ্ণা দেৱীক কিছু চঞ্চল কৰি তুলিলে—সময় গৈছে, সময় বোৱা নাই। চাৰি বাজিল, আৰু মুঠেই দুঘণ্টা সময় আছে। হয়তো আৰু কিছু সময়ৰ পিছতে তেওঁলোক আহি পাবহি।

তেওঁ দাপোণৰ ওচৰৰপৰা আঁতৰি আহিল। কোঠাটোৰ মাজতে অলপ সময় থিয় দি ৰ'ল, ভাবিলে—এতিয়া কি কৰিব! প্ৰথমতে কি কৰিব ......

ডাঙৰ চহৰখনৰ একেবাৰে দক্ষিণ প্ৰান্তত ঝৰ্ণা দেৱীৰ ঘৰটো। দুফালে দুখন ফুলনিৰ মাজে মাজে সেউজীয়া ঘাঁহে ঢকা বাটটো গৈ চোতালখনত শেষ হৈছে। ঘাঁহে ঢকা চোতালখন আহল-বহল। ল'নখন পাৰ হৈ ঝৰ্ণা দেৱীৰ ঘৰটো—আহল-বহল, কেইবা কুঠলীয়া পকী ঘৰটো, কটেজ্ টাইপৰ এটা সৰু অট্টালিকা। কোমল গেৰুৱা ৰঙৰ। আজিৰপৰা ত্ৰিশ বছৰৰ আগেয়ে সজোৱা ঘৰটো এতিয়াও একেবাৰে নতুন হৈ আছে। দুটা মালী আৰু ঘৰৰ বয়ৰাকেটাই ঘৰ-চোতাল ধু মাৰি ভাত খাব পৰাকৈ ৰাখিছে। ঘাঁহনিখন, ফুলনি দুখন আৰু ঘৰটো দেখিলেই মৰম লাগি যায়—যেন কোনোবা ডেকা কবিয়ে লিখা এটা ৰোমাণ্টিক কবিতাৰ এটা পংক্তি, কোনোবা ইম্প্ৰেচনিষ্ট্ শিল্পীয়ে অঁকা কোনোবা সুদূৰ দ্বীপৰ এক ৰঙীন ছবি।

পদূলি-মূৰৰ গে'টৰ খুঁটা এটাত এখন সৰু মাৰ্ব্বলৰ ফলিত ঘৰটোৰ নামটো লিখা আছে: "স্বপ্নালি"।

ত্ৰিশ বছৰৰ আগতে ঘৰটো সজোৱা হৈছিল যদিও ঝৰ্ণা দেৱী সদায় ইয়াত থকা নাছিল। যোৱা পাঁচ বছৰৰপৰা হে তেওঁ ইয়াত

নিগাজিকৈ আছেহি। আগেয়ে ইয়াত অন্য এগৰাকী বয়সস্থা ভদ্ৰমহিলা আছিল। তেওঁৰ পৰিচয় বহুতৰে অজ্ঞাত। তেওঁৰ মৃত্যু হ'ল নে তেওঁ অন্য ক'ৰবালৈ গুচি গ'ল সেই কথাও কোনেও নেজানে, কিন্তু ঝৰ্ণা দেৱী ইয়ালৈ অহাৰ কিছু দিনৰ আগৰেপৰা তেওঁক আৰু ইয়াত কোনেও দেখা পোৱা নাই।

কোঠাটোৰ মাজত এনেয়ে থিয় হৈ থাকি ঝৰ্ণা দেৱীৰ যেন নিজকে অলপ অকলশৰীয়া যেন লাগিল, অথচ সদায় তেওঁ ইয়াত এনেকৈ অকলশৰেই থাকি আহিছে—যোৱা পাঁচ বছৰৰপৰা। কিন্তু বহুত মানুহৰ মাজত থাকি কেতিয়াবা আমাৰ নিজকে অকলশৰীয়া যেন লগাৰ'নিচিনাকৈ ঝৰ্ণা দেৱীয়েও এটা সোৱাদ লগা নিঃসঙ্গতা অনুভৱ কৰিলে, আৰু তাকেই যেন আৰু নিবিড়ভাৱে উপলব্ধি কৰিবৰ কাৰণে তেওঁ একাষে সৰু মেজখনৰ ওপৰত থকা ৰেডিঅ'টোৰ চুইচ্‌টো অন্ কৰি এটা বিদেশী কেন্দ্ৰৰ সঙ্গীতৰ প্ৰ'গ্ৰেম শুনিবৰ চেষ্টা কৰিলে। ইউৰোপীয় ক্লাচিকেল্ মিউজিক্ ঝৰ্ণা দেৱীয়ে ভাল পায়। বিথোফেন, মোজাৰ্ট—এইসকল মহান শিল্পীৰ অনন্য সঙ্গীতৰ সুৰে তেওঁক সদায় অভিভূত কৰে, সেয়া যেন বাদ্য-যন্ত্ৰৰ অপূৰ্ব্ব সুৰ-সমলয় নহয়, মানুহৰ আত্মা,আৰু প্ৰাণৰ অকথিত হেজাৰ প্ৰাৰ্থনাৰ গভীৰ মৰ্ম্মৰ ধ্বনি— শাশ্বত আৰু অবিনশ্বৰ। একেই গভীৰতা তেওঁ অনুভৱ কৰে ভাৰতীয় মাৰ্গ-সঙ্গীতৰ সুৰ-বিন্যাসৰ তন্ময়তাত, হয়তো ঝৰ্ণা দেৱী নিজেই এগৰাকী সঙ্গীত-শিল্পী আছিল কাৰণেই।

অলপ সময় ৰেডিঅ'টোৰ কাষতে থিয় দি ৰৈ থাকি, তাৰপৰা তেওঁ আঁতৰি আহিল। ৰেডিঅ'টোৱে পৰিৱেশটো সুৰময় কৰি তুলিলে।

কেইটামান মুহূৰ্ত্তৰ পিছত তেওঁ উপলব্ধি কৰিলে যে এতিয়াও তেওঁ বাথ-টাৱেল্‌খনকে গাত মেৰিয়াই আছে। আজি কিবা কাৰণত যেন তেওঁ কিছু চঞ্চল আৰু অন্যমনস্ক হৈ পৰিছে।

বন্ধ হৈ থকা দুৱাৰখন মেলি তেওঁ সোঁফালৰ কোঠাটোলৈ সোমাই

গ'ল। কোঠাটোত কেইবাটাও দামী আল্‌মাৰি, তিনিটা ডাঙৰ ৱাৰ্ড্‌ৰ'ব, আৰু কেইবাটাও ডাঙৰ ডাঙৰ বাকচ, ট্ৰাঙ্ক, চুটকেচ আদি আছে। একাষে খিৰিকীৰ কাষত আছে এখন ডাঙৰ আৰ্চী—ড্ৰেচিং-টেবুলৰ লগত সংলগ্ন।

কিবা এটা অজানিত কাৰণত ঝৰ্ণা দেৱী যেন অলপ বিব্ৰত হৈ পৰিছিল। চাৰিওফালৰ নীৰৱতাৰ মাজত সিটো কোঠাৰ ৰেডিঅ'ৰ সঙ্গীতৰ সুৰটোও বৰ অকলশৰীয়া যেন লাগিছিল। হেমন্ত কালৰ সূৰ্য্যৰ কোমল ৰ'দজাক হেলনীয়াকৈ আহি বেৰ আৰু খিৰিকীত পৰিছিলহি। সেই ৰ'দখিনিয়ে পৰিৱেশটোক অলপ উষ্ণ কৰি তুলিছিল।

তেওঁ এটা ৱাৰ্ড্‌ৰ'ব খুলিলে। ভালেমান দিন বন্ধ হৈ থকা ৱাৰ্ড্‌ৰ'বটোত জাপ জাপ হৈ থকা কাপোৰবোৰৰ মাজৰপৰা এটা গোন্ধ ওলাই আহি তেওঁৰ নাকত লাগিলহি। পুৰণি দামী এচেন্সৰ গোন্ধৰ লগত নেপ্‌থেলিনৰ গোন্ধ মিহলি হৈ এটা নতুন গোন্ধৰ জন্ম হৈছিল। তদুপৰি জাপি থোৱা পুৰণি কাপোৰৰ এটা নিজস্ব চিনাকি গোন্ধ আছে।

তেওঁ থাক্‌ থাক্‌কৈ জাপি থোৱা কাপোৰবোৰৰ ওপৰত এবাৰ চকু ফুৰালে, অলপ সময় এনেয়ে বৈ থাকিল—যেন এজন চিনাকি-পাহৰি-যোৱা মানুহৰ সম্মুখত তেওঁ অপ্ৰস্তুতভাৱে থিয় দি আছে।

তাৰ পিছত তেওঁ ইহুটা ৱাৰ্ড্‌ৰ'বো—এটা এটাকৈ মেলি পেলালে। তেওঁ জাপি থোৱা ঠাহ খাই থকা দামী দামী আৰু নানা ৰং আৰু ডিজাইনৰ কাপোৰবোৰ চকুৰে চাই গ'ল, কিন্তু কোনো এসাজ কাপোৰো উলিয়াই অনাৰ চেষ্টা নকৰিলে। তেওঁ নিজেই দেখি আচৰিত হ'ল, তেওঁৰ ৱাৰ্ড্‌ৰ'বত ইমান কাপোৰ সোমাই আছে যে আৰু বিশ বছৰলৈ কোনো কাপোৰ নিকিনিলেও তেওঁ কোনো অসুবিধা নোহোৱাকৈ চলি যাব পাৰিব।

সেইবোৰ তেনেকৈয়ে এৰি তেওঁ এটা ডাঙৰ ট্ৰাঙ্ক খুলিলে।

তাত ভৰি আছিল, ব্লাউজ, ব'ডিচ্, ব্রেচিয়াৰ, আণ্ডাৰ্‌ৱে'ৰ, চুৱেটাৰ আদি সৰু সৰু কাপোৰ। তাৰে কেইটামান ব্লাউজ আৰু কেইটামান ব্রেচিয়াৰ তেওঁ উলিয়াই আনিলে। তেওঁ আহি ড্রেচিং-টেবুল্‌খনৰ কাষত থিয় হ'লহি। হেমন্তৰ হেলনীয়া ব'দজাক আহি আৰ্চীখনত পৰিছিলহি।

অন্যমনস্কভাৱে এবাৰ বেলিটোৰ ফালে চাই ঝৰ্ণা দেৱী যেন আকৌ এবাৰ সময় সম্পৰ্কে সচেতন হৈ উঠিল। তেওঁ কিছু ব্যস্ত হৈ পৰিল।

বাথ-টাৱেল্‌খন তেওঁ কঁকাললৈ নমাই ল'লে আৰু ব্রেচিয়াৰ এটা পিন্ধিবৰ চেষ্টা কৰি হঠাৎ বিস্মিতভাৱে বৈ গ'ল, এই ব্রেচিয়াৰটো তেওঁৰ কাৰণে বহুত ডাঙৰ হৈছে যেন লাগিল। এটা এটাকৈ তেওঁ কেইবাটাও ব্রেচিয়াৰ গাত সুমাই চালে, আটাইকেটা গাত ঢিলা হোৱা যেন লাগিল। এই ব্রেচিয়াৰবোৰ ডাঙৰ হৈ গ'ল হ'বলা—তেওঁ মনতে ভাবিলে। সেইবোৰ মজিয়াৰ দলিচাখনৰ ওপৰতে থৈ দি তেওঁ এটা অলপ সৰু চুটকেচ খুলিলে, আৰু তাৰপৰা অন্য কেইটামান ব্রেচিয়াৰ উলিয়াই আনিলে।

আৰ্চীখনৰ সন্মুখত বৈ তেওঁ এটা ব্রেচিয়াৰ গাত সুমালে। এইবাৰো আজোখা যেন লাগিল। তেওঁ অলপ ক্ষুন্ন হোৱা যেন অনুভৱ কৰিলে। বেলেগ বেলেগ ডিজাইনৰ আৰু দুই-তিনিটা ব্রেচিয়াৰ গাত সুমাই চাই তেওঁ সোলোকাই পেলালে। তেওঁৰ অস্বস্তি লাগিল।

এইবাৰ অলপ মনোযোগেৰে আৰ্চীখনত তেওঁৰ গাটো ভালকৈ চালে। কিছুপৰ চাই থাকিল। ঝৰ্ণা দেৱীয়ে আজি যেন হঠাৎ এটা নতুন কথা আৱিষ্কাৰ কৰিলে :

এইজনী মই নহয়। এইজনী সৌন্দৰ্য্যৰাণী, শিল্পী, অভিনেত্রী ঝৰ্ণা দেৱী নহয়। এইখন ঝৰ্ণা দেৱীৰ মদন-বলিয়া কৰা বুকু নহয়।

এইজনী—এইজনী অন্য কোনোবা এজনী অচিনাকি, বয়সস্থা, প্ৰৌঢ়া তিৰোতা।

মাৰ যাব ধৰা বেলিটোৰ শেষ সোণালী পোহৰ এচেৰেঙা আহি ঝৰ্ণা দেৱীৰ গালে-মুখে পৰিলহি। তেওঁ এটা চঞ্চলতা অনুভৱ কৰিলে। আচৰিত তেওঁৰ নিজৰ গাটোৰ ফালে চাবলৈ যেন ভয় লাগিল। তেওঁ স্তম্ভিত হৈ চিন্তা কৰিলে ঝৰ্ণা দেৱী নামৰ সেই ধুনীয়া গাভৰুজনী ক'লৈ গ'ল? ক'ত মৃত্যু হ'ল তাইৰ? যি ঝৰ্ণাৰ দেহাৰ ৰূপালী ৰেখাই ৰেখাই উপচি পৰিছিল সোণালী যৌৱনৰ উন্মাদনা, যাৰ নখৰ আগৰপৰা চুলিৰ আগলৈকে আছিল লক্ষ-হেজাৰ পুৰুষৰ বুকুৰ কঁপনি তুলিব পৰা কামনাৰ জোৱাৰ, যাৰ চকুৰ এটা হৰিণা-চাৱনিয়ে, ওঁঠৰ এটা ৰহস্যময় মিচিকিয়া হাঁহিয়ে হাজাৰ ডেকাৰ চকুত জগাই তুলিছিল নতুন নতুন স্বপ্নৰ উন্মাদনা- সেইজনী ঝৰ্ণা ক'লৈ গ'ল?

ঝৰ্ণা দেৱীয়ে আৰু ভাবিব নোৱাৰিলে। তেওঁৰ ডিঙি আৰু ওঁঠ শুকাই যোৱা যেন লাগিল। তেওঁ এই ব্ৰেচিয়াৰকেটাও মজিয়াৰ ওপৰত দলিয়াই পেলালে। তেওঁ মাথোন বাৰে বাৰে নিজকে সুধিব ধৰিলে, 'আচৰিত দেখা এই মানুহজনী কোন? মোৰ কোঠাৰ ভিতৰলৈ তাই কেতিয়া আহিল, ক'ৰপৰা আহিল?

এজনী পৰিচাৰিকা সোমাই আহিল। অলপ সময় তাই কিছু বিস্মিতভাৱে ঝৰ্ণা দেৱীৰ ফালে চাই থাকিল। বাথ-টাৱেল্‌খন অসাৱধানভাৱে কঁকালত মেৰিয়াই, এটা সোণালী দেহাৰ নিৰাভৰণ ঐশ্বৰ্য্যেৰে, উন্মনা, উদাস এক বগা-শিলত কটা ভেনাচৰ মূৰ্ত্তিৰ দৰে গাত সূৰ্য্যৰ শেষ ৰশ্মিকণা সানি লৈ থিয় দি আছে ঝৰ্ণা দেৱী। তিতা চুলিখিনি তেতিয়াও অবিন্যস্ত, আউলী-বাউলী হৈ আছে। এক দুৰ্বোধ্য বেদনাৰ কৰুণতাই তেওঁৰ গভীৰ চকুহালক আৰু সমুদ্ৰ-গভীৰ কৰি তুলিছে। যেন কেইবাটাও হৃত বসন্তৰ উদাসী, বিঙা ধূসৰতাৰ অঞ্জন লাগিছে তাত।

অলপ সময় নীৰৱে থিয় দি থাকি, তাৰা বিচাৰি লৈ ছোৱালীজনীয়ে মাতিলে, "আইদেউ—"

ঝৰ্ণা দেৱীয়ে অকণো লৰচৰ নকৰিলে। সিটো কোঠাৰ ৰেডিঅ'টোৰপৰা ভাহি অহা সুৰবোৰ যেন করুণৰপৰা করুণতৰ হৈ চাৰিওফালৰপৰা ঝৰ্ণা দেৱীক বেঢ়ি ধৰিছিল—বহুত মৰমৰ অদৃশ্য হাত মেলি।

ভয়ে ভয়ে ছোৱালীজনীয়ে আকৌ মাতিলে, "আইদেউ—"

এইবাৰ ঝৰ্ণা দেৱীয়ে ডিঙিটো বেঁকা কৰি তাইৰ ফালে এবাৰ চালে। এক সম্রাজ্ঞীৰ চাৱনি।

"সেইদিনা অহা ল'ৰাকেজন আহিছে। আপুনি ক'ৰবালৈ যাম বুলিছিল নেকি?"

ঝৰ্ণা দেৱী বাস্তৱলৈ ঘূৰি আহিল, কিন্তু অকণো অধৈৰ্য্য হোৱা যেন নেদেখুৱাই ক'লে, "তেওঁলোকক বহিবলৈ দেগৈ। আধা ঘণ্টাৰ ভিতৰতে মই গৈছোঁ বুলি ক'বি।"

ছোৱালীজনী ওলাই গ'ল। এইবাৰ ঝৰ্ণা দেৱীয়ে অলপ খৰখেদা লগালে।

বেলিৰ পোহৰ ক্ৰমে শেষ হৈ আহিছিল। তেওঁ চুইচ্‌টো টিপি দিলে। কোঠাটোৰ ভিতৰৰ কেইবাটাও লাইট্ একেলগে জ্বলি উঠিল। তেওঁৰ ড্ৰেচিং-ৰুমটো খুব উজ্জ্বল হ'লে তেওঁৰ ভাল লাগে।

তেওঁ বাথ-টাৱেলখন গাৰপৰা খহাই পেলালে। হঠাৎ কি যেন তেওঁৰ মনত খেলালে। এটা ৱাৰ্ড্ৰ'বৰ কাষলৈ গৈ তেওঁ এসাজ শুভ্ৰ বগা কাপোৰ বিচাৰি উলিয়ালে। মৰম লগাকৈ, ধকৃধক্ কৰে বগা এসাজ কাপোৰ—এটা কোনো ফুলজালি নথকা চোলা, এখন একেবাৰে উকা শাৰী। কাপোৰসাজ তেওঁ এবাৰ চকুৰ আগলৈ আনি চালে। বহুত দিনৰ আগতে তেওঁ এই কাপোৰসাজ পিন্ধিছিল। এই শুভ্ৰ বগা কাপোৰসাজ পিন্ধি এবাৰ তেওঁ সাবিত্ৰী হৈছিল। ইয়াৰ শুভ্ৰতাৰেই তেওঁ মৃত্যুৰ লগত যুঁজি সত্যৱানৰ জীৱন ঘূৰাই

অনাৰ সংগ্ৰাম কৰিছিল। ঠিক এইসাজেই কাপোৰ, এই স্বচ্ছ শুভ্ৰতা, এই পৱিত্ৰ, বৰ্ণহীন চিৰন্তন শুভ্ৰতা।

জ্বলি উঠা লাইটৰ পোহৰত কাপোৰসাজ আৰু বেছি বগা যেন লাগিল।......

*    *    *

ঠিক সময়ত গাড়ীখন আহি 'জনতা সংস্কৃতি ভৱন'ৰ ধুনীয়াকৈ সজোৱা তোৰণৰ আগত ৰ'লহি। ভালেমান ল'ৰা আৰু ছোৱালী, কেইজনমান বুঢ়া আৰু বয়সস্থ মানুহ আৰু কেইগৰাকীমান ভদ্ৰমহিলা আগবাঢ়ি আহিল।

গাড়ীৰপৰা নামি ঝৰ্ণা দেৱীয়ে সকলোকে হাঁহিমুখে বিনীত, সশ্ৰদ্ধ প্ৰণাম জনালে। আনতকৈ অলপ ওখ, জাকত-জিলিকা, গহীন আৰু সপ্ৰতিভ ঝৰ্ণা দেৱীয়ে এক সবল, নিৰাড়ম্বৰ ভঙ্গীমাৰে ভৱনৰ ফালে খোজ আগবঢ়ালে। ঠাইখন যেন এটা বগা পোহৰেৰে উজ্জ্বল হৈ উঠিল।

মঞ্চৰ ওপৰত বিশেষভাৱে ৰখা আসনত বহি সম্মুখৰ ফালে চাই ঝৰ্ণা দেৱীয়ে দেখিলে গোটেই হলটো মানুহেৰে ঠাহ খোৱা। হলৰ দুয়োফালৰ বাৰাণ্ডা দুখনো থিয় হৈ থকা মানুহেৰে ভৰা। ঠেলা-হেঁচা কৰি মানুহবোৰে যেন তেওঁৰ ফালে আৰু আগুৱাই কাষ চাপি আহিবৰ চেষ্টা কৰিছে। সকলো মানুহৰ চকুত এক উদগ্ৰীৱ, উৎকণ্ঠা, বিস্মিত চাৱনি!

এক মধুৰ ঐক্যতান বাদনেৰে সভ্ৰিয়াৰ অনুষ্ঠান আৰম্ভ কৰা হ'ল। পৰিৱেশটো গাম্ভীৰ্য্যপূৰ্ণ হৈ পৰিল। হলঘৰ কিছু শান্ত আৰু নিজম হৈ আহিল। বহুত হেজাৰ চকুৰ শ্ৰদ্ধা, কৌতূহল মিহলি চাৱনি স্থিৰ হৈ ৰ'ল মঞ্চৰ ওপৰত এটা বিদ্যুত—অপ্সৰী-নিন্দিত এক শুভ্ৰ মুখৰ ওপৰত। শান্ত, আত্মস্থ, কমনীয় এখন মুখ—যি মুখ কথা নোকোৱাকৈয়ে বাঙ্ময়।

অনুষ্ঠানৰ উদ্যোক্তা এজন ডেকা শিল্পীয়ে বাইজক সশ্ৰদ্ধ অভিবাদন

জনাই ক'লে, "আজিৰ সন্ধিয়াটো আমাৰ দেশৰ সাংস্কৃতিক জীৱনৰ ইতিহাসত এক স্মৰণীয় দিন হৈ ৰ'ব। আমাৰ দেশৰ সদৌ সংস্কৃতিসেৱী ৰাইজৰ হৈ আজি আমি এনে এগৰাকী মহীয়সী শিল্পীক সম্বৰ্দ্ধনা জনাবলৈ ওলাইছোঁ যাৰ নাম নজনা কোনো নাই, যাক নিচিনা কোনো নাই। কথাছবিত আৰু মঞ্চত যাৰ অনবদ্য অভিনয় দেখি অভিভূত নোহোৱা মানুহ কোনো নাই। আমাৰ দেশত এনে শিল্পীৰ সংখ্যা অতি কম, যি একাধাৰে এগৰাকী মধুৰ কণ্ঠৰ অধিকাৰী সুকণ্ঠ গায়িকা, যি এগৰাকী দেহসৌষ্ঠৱশালিনী অপ্ৰতিদ্বন্দ্বী নৃত্য শিল্পী, যি এগৰাকী অতুলনীয়, শীৰ্ষস্থানীয় অভিনেত্ৰী। আমাৰ বহুতেই অতদিনে ঝৰ্ণা দেৱীক কেৱল কথাছবিৰ ৰূপালী পৰ্দ্দাত হে দেখা পাইছিল। আজি তেখেত আমাৰ মাজত সশৰীৰেৰে উপস্থিত।"

হাত-চাপৰিৰ জাউৰিত ডেকাৰ মুখৰ কথা কিছু সময়ৰ কাৰণে বন্ধ হৈ গ'ল। ঝৰ্ণা দেৱীয়ে থিয় হৈ দুয়ো হাত কপাললৈ তুলি সদৌ ৰাইজক প্ৰণাম জনালে। হাত-চাপৰিৰ যেন আৰু শেষ নহ'ব।

ডেকাই পুনৰ আৰম্ভ কৰিলে, "তেখেতৰ জীৱন-জোৰা শিল্প-সাধনাৰে ঝৰ্ণা দেৱীয়ে আমাৰ শ্ৰম-কঠোৰ জীৱনত আনন্দৰ নিজৰা বোৱালে, আমাৰ সাংস্কৃতিক মহান সৌন্দৰ্য্যেৰে সমৃদ্ধ কৰিলে, লক্ষজনৰ চকুত সপোন দিলে, প্ৰাণত উদ্দীপনা দিলে, আমাৰ নৃত্য-গীত-অভিনয়-কলাক ঐশ্বৰ্য্যশালী কৰিলে। তেখেতৰ নিখুঁত আৰু অন্তৰ ঢালি কৰা অভিনয়েৰে ঝৰ্ণা দেৱীয়ে হাজাৰজনক হুঁহুৱালে, কন্দুৱালে, বিমৰ্ষ কৰিলে, উদ্দীপিত কৰিলে, আৰু মোক ক্ষমা কৰিব, হাজাৰজন ডেকা-গাভৰুক তেখেতৰ গুণমুগ্ধ ভক্ত কৰিলে, আৰু হাজাৰজনক বলিয়া কৰিলে।..."

দৰ্শকৰ মাজত মৃদু গুঞ্জন উঠিল, আকৌ এজাউৰি হাত-চাপৰি পৰিল।

শেষত ডেকাই ক'লে, "আজি আমাৰ ৰাইজে তেখেতক সম্বৰ্দ্ধনা

জনাবৰ কাৰণে এয়া সামান্য আয়োজন কৰিছে। গোটেই শিল্পী-জীৱনত তেখেতে লক্ষজনৰ অব্যক্ত সম্বৰ্দ্ধনা লাভ কৰি আহিছে। তাৰ তুলনাত আমাৰ আয়োজন সামান্য। তথাপি আমি ক'ম, তেখেতৰ শিল্পী-প্ৰতিভাৰ প্ৰতি শ্ৰদ্ধা জনোৱাত আমাৰ আন্তৰিকতাৰ কাৰো লগত তুলনা নহয়। তেখেত স্বভাৱ-শিল্পী ; তেখেতে নিশ্চয় বুজিব যে আমাৰ এপাহ বনৰীয়া ফুলৰ ভাষাতে আমাৰ আন্তৰিকতা আৰু শ্ৰদ্ধাৰ গভীৰতা প্ৰকাশ পাই উঠিছে।

এজনী গাভৰুৱে সন্তৰ্পণে আহি ঝৰ্ণা দেৱীৰ ডিঙিত এধাৰ বনৰীয়া ফুলৰ মালা পিন্ধাই দিলেহি। শিৰ নত কৰি ঝৰ্ণা দেৱীয়ে মালাধাৰ পিন্ধিলে। আৰু ৰাইজক প্ৰণাম জনালে। হাত-চাপৰিৰ আকৌ জাউৰি উঠিল, এক প্ৰাণময়তা আৰু উচ্ছলতাৰে সভাঘৰ সজীৱ হৈ উঠিল।

স্থানীয় দুটামান শিল্পী-সংস্থাৰ ফালৰপৰা ঝৰ্ণা দেৱীক লিখিতভাৱে অভিনন্দন দিয়া হ'ল। তেওঁ হাঁহিমুখে গ্ৰহণ কৰি গ'ল।

তাৰ পিছত ঝৰ্ণা দেৱীক বিশেষভাৱে সম্বৰ্দ্ধনা জনাবৰ কাৰণে বিশেষভাৱে নিমন্ত্ৰিত হৈ অহা এগৰাকী ভূতপূৰ্ব্ব মন্ত্ৰী দুআষাৰ ক'বৰ কাৰণে উঠিল। তেখেতৰ যথেষ্ট বয়স হৈছে যদিও মানুহজন থ্‌লন্তৰ আৰু স্বাস্থ্যৱান। চুলিবোৰ সম্পূৰ্ণ পকিছে। দাঁত কেইবাটাও সৰিছে, কিন্তু লগোৱা নাই। চকুত বেছি পাৱাৰৰ চচমা। তাৰ মাজেদি দুটা বুদ্ধিদীপ্ত চকুৱে তিৰবিৰাই আছে।

তেওঁৰ চিনাকি দিয়া হ'ল। পৰিচয়ৰ পিছত তেওঁ ক'বলৈ উঠাত সভাঘৰ নিজম পৰিল।

চমুকৈ তেওঁ ক'লে, "সঁচাকৈ কৈছোঁ ৰাইজ, শ্ৰীমতী ঝৰ্ণা দেৱীলৈ মোৰ বৰ ঈৰ্ষা হৈছে। এওঁক জীয়াই থাকোঁতে যিদৰে ডেকা-বুঢ়া, পুৰুষ-নাৰী নিৰ্ব্বিশেষে সহস্ৰজনে ভাল পালে, তেওঁৰ মৃত্যুৰ পিছতো একেদৰেই মানুহে ভাল পাই থাকিব। শিল্পীসকল অমৰ। তেওঁলোক জীয়াই থাকে মানুহৰ হিয়াৰ মাজত, এটা জাতিৰ

ইতিহাসত। কালে তেওঁলোকক নোছোৱে, 'ছুব নোৱাৰে। আমি ৰাজনীতিবিদ্‌বোৰৰ কোনো স্থায়িত্ব নাই। মই মৰাৰ পিছত মোৰ নাতি-পুতিকেইটায়ে মোক মনত ৰাখিব নে নাই সন্দেহ, যদিও মই এজন মন্ত্ৰী আছিলোঁ। আমি খন্তেকীয়া, শিল্পীসকল যুগমীয়া। শ্ৰীমতী ঝৰ্ণা দেৱীক লৈ আমি গৰ্ব্ব কৰোঁ। সঁচা কথা ক'বলৈ গ'লে তেওঁক মই সোঁশৰীৰেৰে আজি হে দেখিছোঁ। কিন্তু তেওঁ ওলোৱা প্ৰায়বোৰ ছবি মই চাইছোঁ। চাই অভিভূত হৈছোঁ। মই আশাকৰোঁ তেওঁৰ সাধনাৰ আঁৰি লৈ আমাৰ এচাম শিল্পী গঢ়ি উঠিব আৰু এই নতুন চাম শিল্পী গঢ়ি উঠাত তেওঁ সকলো প্ৰকাৰৰ সহায়-সহানুভূতি আগবঢ়াব···"

মন্ত্ৰীজনৰ কথাত বহুতে আমোদ পালে।

ভালেমান বছৰৰ আগতে ঝৰ্ণা দেৱীয়ে গোৱা এসময়ৰ জনপ্ৰিয় গান এটা এজনী ছোৱালীয়ে গাই শুনালে। আনৰ লগতে ঝৰ্ণা দেৱীয়েও তন্ময় হৈ গানটো শুনিলে।

"এতিয়া আমাৰ সকলোৰে সুপৰিচিত কবি, সাহিত্যিক আৰু অভিনেতা শ্ৰীযুত মন্মথ দত্তই দুআষাৰ ক'ব"—ডেকাজনে ঘোষণা কৰিলে।

মন্মথ দত্ত দৰ্শকৰ মাজৰপৰা মঞ্চৰ ওপৰলৈ উঠি গ'ল। বয়স পঞ্চাশ পাৰ হ'লেও মানুহজন বৰ ৰঙিয়াল। ওখকৈ ক্ষীণ মানুহজন, নাট্যকাৰ হিচাপে বিশেষ প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিলেও, কবি আৰু সু-অভিনেতা হিচাপে দত্তৰ বহুল খ্যাতি আছে। তেওঁ এজন জনপ্ৰিয় অভিনেতা আৰু জনপ্ৰিয় কবি। তদুপৰি এজন বৰ ভাল বক্তা। ৰসাল বক্তৃতা দি শ্ৰোতাক মুগ্ধ কৰিব পৰাৰ এটা বিশেষত্ব তেওঁৰ আছে। তেওঁ কথা ক'বলৈ উঠিলত সকলোৱে তেওঁৰ মুখলৈ আশা আৰু কৌতূহলেৰে চালে।

দত্তই আৰম্ভ কৰিলে, "য'তেই সুন্দৰ থাকে, তাতেই ভগৱান থাকে। ইয়াত এগৰাকী সৌন্দৰ্য্য-সাধকক কেন্দ্ৰ কৰি সৌন্দৰ্য্য-

প্ৰেমিক আৰু প্ৰেমিকাসকল একেঠাই হৈছে। এই সভাঘৰ আৰু মঞ্চ আজি এক পবিত্ৰ তীৰ্থক্ষেত্ৰলৈ ৰূপান্তৰিত হৈছে। এই তীৰ্থ-ক্ষেত্ৰত অসত্যৰ ঠাই নাই। আৰু এয়া আপোনালোকৰ সন্মুখত আছে এক জীৱন্ত সত্য—এই ঝৰ্ণা দেৱী, Millions of hearts cherish you, because they know instinctively that truth is not found in the words of philosophers or in the formulas of learned men. Truth is not abstract but carnal and alive, and it is possible for them to find it and meet it and talk to it: They know that truth is someone. ঝৰ্ণা দেৱী এটা সত্য।

"এই সত্যৰ সন্মুখত বৈ, আপোনালোকৰ সন্মুখত বৈ, ময়ো কাহানিও কাকো নোকোৱা এষাৰ সঁচা কথা কওঁ। বিশ্বাস কৰা-নকৰা আপোনালোকৰ ওপৰত।

"আপোনালোকৰ নিশ্চয় বিশ্বাস কৰিবলৈ টান লাগিব যে আজি কিছুমান বছৰৰ আগতে ময়ো ডেকা আছিলোঁ। ইয়াত আজি সৰহ-ভাগ ডেকা মানুহেই আছে, গতিকে ডেকা হোৱাটো কি বুজাই নক'লেও হ'ব নিশ্চয়।"

"হয় হয়"—দৰ্শকৰ ফালৰপৰা সক মন্তব্য।

"মই যেতিয়া ডেকা আছিলোঁ, তেতিয়া—কোনোবা ছোৱালী নিশ্চয় গাভৰু আছিল।"

"নিশ্চয়।"

"আপোনালোকে বিশ্বাস কৰক, আজিৰ অনুষ্ঠানৰ আয়োজন যাক লৈ, সেই শ্ৰদ্ধেয়া শিল্পী শ্ৰীমতী ঝৰ্ণা দেৱীও তেতিয়া এগৰাকী অতীৱ সুন্দৰী গাভৰু আছিল……"

সকলো দৰ্শকৰ চকু আকৌ এবাৰ দন্তৰ মুখৰপৰা ঝৰ্ণা দেৱীৰ মুখৰ ওপৰত স্তব্ধ হ'ল।

"আজি যি ঝৰ্ণা দেৱীক ইয়াত আপোনালোকে দেখিছে, তেওঁ

তেতিয়া এনেকুৱা নাছিল, তেওঁ এক চঞ্চলা গাভৰু আছিল। তেতিয়া তেওঁৰ কপালৰ আগৰ চুলিত এনেকুৱা ৰূপালী বৰণ লগা নাছিল, তেওঁৰ চকু-মুখলৈ এনেকুৱা শান্ত-সৌম্য কান্তি অহা নাছিল। তেওঁ এক দীপ্-লিপ্ গাভৰু আছিল, আজিৰ নিচিনাকৈ বাৰ্দ্ধক্যৰ নিৰুত্তাপ শীতল হাতৰ স্পৰ্শ তেওঁৰ শৰীৰত লগা নাছিল।"

অলপ ৰৈ, এবাৰ ঝৰ্ণা দেৱীৰ কালে চাই লৈ দত্তই গহীন মাতেৰে ক'লে, "শ্ৰীমতী ঝৰ্ণা দেৱীৰ অপূৰ্ব্ব অভিনয় দেখি মই তেওঁৰ প্ৰেমত পৰিছিলোঁ..."

শ্ৰোতাসকলে গিৰ্জ্জনি মাৰি হাঁহি দিলে। ঝৰ্ণা দেৱীৰ মুখখন সামান্য ৰঙা পৰিল যদিও তেওঁ একেই শান্ত আৰু গম্ভীৰভাৱে বহি থাকিল। তেওঁ যেন মন্মথ দত্তৰ কথাখিনিৰ অৰ্থ ভালকৈ বুজাই নাই।

"দত্ত মানুহজনে কি যে নকয়।"—কোনোবাই সৰুকৈ মন্তব্য কৰিলে।

অলপ সময় মনে মনে থাকি, শ্ৰোতাৰ গুণ্‌গুণনি মাৰ যাবলৈ দি দত্তই পুনৰ ক'লে, "আপোনালোকে ভয় নাখাব। মই ঝৰ্ণা দেৱীক আজি হে প্ৰথম দেখিছোঁ। তেওঁৰ কায়াৰ লগত নহয়, কথাছবিত দেখা তেওঁৰ ছায়াৰ প্ৰেমত হে মই পৰিছিলোঁ। তেওঁ অভিনয় কৰা কোনো এখন ছবিও মই নোচোৱাকৈ থকা নাই। এনেকুৱা প্ৰাণময় গীত, এনে উচ্ছল সজীৱ নৃত্য, এনেকুৱা মৰম লগা অকৃত্ৰিম অভিনয় মই আৰু ক'তো দেখা নাই। সেই ছায়া-দেখি-মোহ-যোৱা যশস্বী শিল্পীগৰাকীক আজি মোৰ চকুৰ আগত পাই মই মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছোঁ।"

সকলোৱে হাত-চাপৰি মাৰিলে।

একেই উচ্ছ্বাসিতভাৱে দত্তই কৈ গ'ল, "আজি ঝৰ্ণা দেৱীয়ে অভিনয় জগতৰপৰা অৱসৰ লৈছে। মই ভাল পাইছোঁ। হয়তো ঝৰ্ণা দেৱীৰ অলপ বেয়া লাগিব, অলপ নিঃসঙ্গ যেন অনুভৱ কৰিব, কাৰণ শিল্প-সাধনাত লাগি থাকি তেখেতে বিয়াও নকৰালে,

চিৰকুমাৰী হৈ থাকিল। কিন্তু সাংসাৰিক জীৱনত সোমাই তেখেতে আমাক যি দিলেহেঁতেন, চিৰকুমাৰী হৈ থাকি তাতকৈ বহুত বেছি দিলে। মোৰ বিশ্বাস, আমাৰ মাজত তেখেতৰ নিচিনা সুখী মানুহ কোনো নাই। কাৰণ তেখেতে জীৱন দি শিল্পৰ সাধনা কৰি গ'ল। এই ত্যাগৰ তুলনা পাবলৈ নাই।......"

দত্তৰ পিছত আৰু দুই-এজনে দুই-চাৰি আষাৰ ক'লে।

তাৰ পিছত সভাপতি হৃষিকেশ বৰুৱাই সম্বৰ্দ্ধনাৰ উত্তৰত দুআষাৰ ক'বলৈ ঝৰ্ণা দেৱীক অনুৰোধ কৰিলে।

ঝৰ্ণা দেৱী উঠিল।

হাত-চাপৰিয়ে সভাঘৰ উত্তপ্ত কৰি তুলিলে।

তেওঁ সকলোকে প্ৰণাম জনালে। অলপ সময় মৌন হৈ ৰৈ থাকিল। তাৰ পিছত মিঠা, কোমল কিন্তু স্পষ্ট মাতটোৰে নিজকে কোৱাৰ দৰে কৈ গ'ল, "মই অভিনেত্ৰী। গোটেই অভিনেত্ৰী-জীৱনত মই এটা লোকৰ জীৱন কটালোঁ, লোকৰ হাঁহিৰে হাঁহিলোঁ, লোকৰ দুখত দুখী হৈ দেখুৱালোঁ, লোকৰ কথা ক'লোঁ। মোৰ নিজৰ জীৱন বুলি কোনো জীৱন নাছিল। নিজৰ কথা ক'বলৈ কোনো-দিন সুযোগ নাপালোঁ। ভাও দিয়াই আছিল মোৰ কাম। মই লোকৰ ভাও দি কৃতকাৰ্য্য হোৱাৰে সাধনা কৰিছিলোঁ। আজি মই ছায়াৰপৰা কায়া হৈছোঁ। আজি হে মই এজনী তেজ-মঙহৰ সাধাৰণ জীয়া মানুহ বুলি অনুভৱ কৰিছোঁ। মোৰ এটা নিজা জীৱন, নিজা অস্তিত্ব আছে বুলি অনুভৱ কৰিছোঁ।"

ঝৰ্ণা দেৱী অলপ পৰ ৰ'ল। পাঁচ ফুট পাঁচ ইঞ্চি ওখ, এজনী ষোল বছৰীয়া গাভৰুৰ নিচিনা পাতল গাৰে, মুখত সৌম্য কান্তি আৰু গভীৰ চকুহালত নতুন বিস্ময়েৰে মঞ্চৰ ওপৰত যেন এটা জীয়ন্ত ছায়ামূৰ্ত্তি থিয় দি আছে। নিয়ন লাইটৰ বগা কোমল পোহৰত ধো ধো কৰে বগা সাৱিত্ৰী-আভৰণেৰে এয়া যেন এটা 'এপাৰিশ্বন,' এটা বেলেগ দেশৰ ছায়।

মানুহবোৰে অপলক চাৱনিৰে তেওঁৰ মুখলৈ চাই আছিল, তেওঁৰ মুখৰ প্ৰতিটো শব্দ একাগ্ৰ মনোযোগেৰে শুনিছিল।

ঝৰ্ণা দেৱী মন্মথ দত্তৰ ফালে ঘূৰিল, আৰু এটা আচৰিতভাৱে কোমল আৰু ভদ্ৰ হাঁহি ওঁঠত বিৰিঙাই ক'লে, "কবি-নাট্যকাৰ দত্তদেৱৰ কথা শুনি মোৰ সঁচাকৈয়ে বৰ আনন্দ লাগিছে। আন বহুতৰ দৰে তেখেতেও হেনো মোৰ ছায়াৰ প্ৰেমত পৰিছিল। অৱশ্যে আপোনালোকে বুজিছে যে হয়তো মই কাৰোবাৰ কিবা চৰিত্ৰ এটা ৰূপায়িত কৰিছিলোঁ আৰু অভিনয় কৰা সেই চৰিত্ৰটোৰ ছোৱালী-জনীক তেখেতৰ ভাল লাগিছিল। সেয়া মোৰ অভিনয় জীৱনৰ সাৰ্থকতা বুলি ভাবিছোঁ।"

দত্তই হাত-চাপৰি মাৰিলে, অন্য কিছুৱেও মাৰিলে।

ফটোগ্ৰাফাৰবিলাকৰ ফ্ল্যাশ্ বাল্বৰ পোহৰত ঝৰ্ণা দেৱীৰ চকু-মুখ মাজে মাজে আৰু উজ্জ্বল হৈ পৰিল।

আকৌ ঝৰ্ণা দেৱীয়ে ক'লে, "মোৰ নিজৰ বিষয়ে ক'বলগীয়া একোৱেই নাই। ছায়াৰ জানো কিবা ক'বলগীয়া থাকে? তথাপি আপোনালোকক এষাৰ কথা কওঁ: মোক নহয়, বিভিন্ন ৰূপত দেখা দিয়া মোৰ ছায়াটোক চাবৰ কাৰণে আপোনালোকে কষ্টেৰে অৰ্জ্জা ধনৰ এটকা-দুটকা খৰচ কৰিলে। সেয়া আপোনালোকৰ বদান্যতা। সেইকণ বদান্যতা লাভ কৰিবৰ কাৰণে মই, ঝৰ্ণা দেৱীয়ে, কি কৰিলোঁ? কায়াৰপৰা ছায়াত ধৰা দিবৰ কাৰণে মই জীৱনৰ সকলো স্বপ্ন একেঠাই কৰিলোঁ, কঠোৰ শ্ৰম কৰিলোঁ, সাধনা কৰিলোঁ, দিন আৰু ৰাতিক একেঠাই কৰিলোঁ। আপোনালোকে মোৰ কাৰণে এটা-দুটা টকা দিলে, আৰু মই—মই তিল তিলকৈ মোৰ জীৱনটো দিলোঁ; যৌৱন দিলোঁ, আশা-কামনা দিলোঁ। আজি মই এটা স্বপ্নৰ অৱশেষ, এটা শেষ হৈ যোৱা জীৱনৰ ভগ্নাৱশেষ। এই কথা উপলব্ধি কৰাৰ কাৰণেই আজি আপোনালোকৰ অকৃত্ৰিম মৰমক ইমান দুৰ্লভ আৰু আপুৰুগীয়া যেন লাগিছে। আজি মোৰ

জীৱনৰ বাকী থকা দিনকেটা কটোৱাৰ একমাত্র সম্বল আৰু অৱলম্বন আপোনালোকৰ এই মৰম।”

এক গভীৰ সৰলতা দি, নিবিড় আন্তৰিকতা আৰু আত্মীয়তাৰে কোৱা ঝৰ্ণা দেৱীৰ কথাখিনিয়ে সকলোকে অভিভূত কৰিলে। নিজৰ জীৱন সম্বন্ধে এই নতুন উপলব্ধিয়ে ঝৰ্ণা দেৱীৰ মিঠা মাতটোত যেন এক করুণ আৰ্দ্ৰতা সানি দিছিল।

কিছুপৰৰ মূৰত অনুষ্ঠানৰ সামৰণি পৰিল, বিশিষ্ট ভদ্রলোক আৰু ভদ্রমহিলাসকলৰ লগত চিনা-পৰিচয় হৈ আৰু পাতলীয়া চাহ খাই ঝৰ্ণা দেৱীয়ে বিদায় ল’লে। দুজন ল’ৰাই মটৰেৰে তেওঁক ঘৰৰ পদূলি-মূৰত নমাই থৈ গ’লহি।

লাহে লাহে তেওঁ ফুলনিৰ মাজৰ বাটটোৱেদি ঘৰটোৰ ফালে আগবাঢ়িল।

তৰাৰ পোহৰৰ মাজত নিমাওমাও ঘৰটো নীৰৱে পৰি আছে, কিবা জয়াৰ আৰু ৰিঙা নিঃশ্বাস এটাই যেন ঘৰটোক আৱৰি ৰাখিছে। ল’নখনৰ মাজত বৈ ঝৰ্ণা দেৱীয়ে পদূলি-মূৰৰ ফালে এবাৰ ঘূৰি চালে। কোনো নাই। গাড়ীখন গুচি গৈছে। পাছলৈ থকা নগৰখনৰ বিজুলী চাকিবোৰ ক্রমে নিষ্প্রভ হৈ আহিছে। তৰা-ভৰা এখন গাঢ় নীলা আকাশ তললৈ নামি আহিছে, পৃথিৱীখনক ঢাকি দিবৰ কাৰণে।

ঝৰ্ণা দেৱীৰ মনত লাগিল যেন এখন অচিনাকি মুকলি পথাৰৰ মাজত তেওঁ অকলশৰে থিয় দি আছে। আৰু পৃথিৱীৰ সকলো মানুহ অন্য কোনোবা এটা দূৰণিৰ গ্রহলৈ গুচি গৈছে। আকাশৰ তৰা কেইটামানে যেন ঝৰ্ণা দেৱীক কিবা অবোধ্য ভাষাৰে বিদ্রূপ কৰিছে।

ঝৰ্ণাক দেখি খট্‌খটীত বহি থকা চকীদাৰটো আগবাঢ়ি আহিল।

মুখেৰে এষাৰো নামাতি ঝৰ্ণা দেৱী লাহে লাহে ভিতৰলৈ সোমাই গ’ল।

বাতি বব বেছি হোৱা নাছিল। কিন্তু চহৰখনৰ এই দিশটো ইতিমধ্যে নীৰব হৈ পৰিছিল। ঝৰ্ণা দেৱীৰ ঘৰটোৰ ভিতৰত কোনো জীৱন্ত মানুহ আছে বুলি ভাবিবৰ উপায় নাছিল।

কোনোবা এক কথাছবি পৰিচালকৰ নিৰ্দ্দেশক্ৰমে যোৱাৰ দৰে এখোজ এখোজকৈ ঝৰ্ণা দেৱী নিজৰ শোৱা-কোঠালৈ সোমাই গ'ল। তেওঁৰ যেন খোজ কাঢ়িবলৈকো গাত অকণো শক্তি নোহোৱা হৈছিল। কেইবাটাও দীঘলীয়া জীৱনৰ ক্লান্তিয়ে যেন তেওঁক হেঁচি ধৰিছিল।

তেওঁ চুইচ্‌টো টিপি দিলে। নীৰব, আন্ধাৰ কোঠাটো পোহৰ হৈ উঠিল। • এবাৰ তেওঁ কোঠাটোৰ কেউপিনে চালে, যেন কোঠাটোৰ ভিতৰত কোনোবা সোমাই আছে নেকি জানিবৰ চেষ্টা কৰিলে।

তেওঁ কোঠাটোৰ দুৱাৰখন বন্ধ কৰি দিলে।

'মই কি? মই অভিনেত্ৰী নে এজনী মানুহ? কোনটো মোৰ আচল সত্তা? নে এই তেজ-মাংসৰ কায়াটো?'

আগেয়ে এইবোৰ কথা কাহানিও ঝৰ্ণা দেৱীৰ মনলৈ অহা নাছিল। আজি নিজৰ স্বৰূপ উপলব্ধি কৰাৰ লগে লগে তেওঁৰ নিজৰ বিষয়ে বহুত চিন্তায়ে তেওঁক জুমুৰি দি ধৰিলেহি!

তেওঁৰ গৰম লগা যেন লাগিল।

ঝৰ্ণা দেৱী নিজৰ অজ্ঞাতেই আহি তেওঁৰ চিৰবিশ্বস্ত মিৰৰ্‌খনৰ সম্মুখত ৰ'লহি। তেওঁৰ সুদীৰ্ঘ অভিনেত্ৰী-জীৱনত বিভিন্ন কোঠাত থকা ডাঙৰ ডাঙৰ আৰ্চীকেখনেই ঝৰ্ণা দেৱীৰ অতি অন্তৰঙ্গ আৰু অকৃত্ৰিম বন্ধু। সিহঁতৰ লগতে কথা পাতি, মনৰ কথা কৈ তেওঁ বহুত দিন, বহুত ৰাতি কটাইছে। তেওঁৰ নিঃসঙ্গতাৰ বেদনা পাহৰি গৈছে।

তেওঁ চালে। প্ৰথমতে অল্প দিনাৰ নিচিনাকৈয়ে তেওঁ নিজকে ধুনীয়া দেখিলে। এই কোমল, মৰম লগা মুখখন তেওঁৰ নিজা মুখ, তাত কোনো সন্দেহ নাই।

কিছুপৰ তেওঁ চাই ৰ'ল। আজিৰ অনুষ্ঠানটোৰ কথা তেওঁৰ মনত পৰিল। হাত-ভৰি থকা হাজাৰ হাজাৰ মানুহৰ উৎসুকভৰা চাৱনিবোৰৰ কথা তেওঁৰ মনত পৰিল। মানুহৰ চকুত তেওঁৰ কাৰণে ইমান শ্ৰদ্ধা, মৰম আৰু কৌতূহল সঞ্চিত হৈ আছিল। শিল্পী হোৱাৰ সেয়াই চৰম সাৰ্থকতা।

ঝৰ্ণা দেৱীৰ মনত পৰিল কবি মন্মথ দত্তৰ কথাখিনি। তেওঁৰ বয়সৰ এজন বুঢ়া মানুহে ইমানবোৰ মানুহৰ আগত ডেকা কালৰ কথা সহজভাৱে কৈ দিবলৈ মানুহজনৰ বেয়া নালাগিল নে? 'কি কৈছিল মন্মথ দত্তই? তেতিয়া তেওঁ ডেকা আছিল, আৰু ময়ো তেতিয়া এতিয়াৰ নিচিনা বুঢ়ী হোৱা নাছিলোঁ!'

আকৌ তেওঁ আৰ্চীত নিজৰ মুখখন চালে। তেওঁ দোঁখ আচৰিত হ'ল—প্ৰশস্ত বগা কপালখনত ভালেমান স্পষ্ট আঁক—যেন নিকৰুণ কালৰ হাতৰ নিষ্ঠুৰ ৰেখা। দুয়ো কুমৰ আৰু কপালৰ আগৰ চুলিবোৰ বগা হৈ পৰিছে। তেওঁ ভালকৈ চালে—চকুৰ তলৰোৰ কেতিয়া ইমান বহি গ'ল আৰু ক'লা পৰিল? গাল দুখন দেখ-নেদেখকৈ শোটোৰা-শোটোৰ হৈছে।

মূৰৰ ওপৰত লৈ যোৱা শাৰীৰ আগটো খহি পৰিছিল। তেওঁ মূৰৰ চুলিখিনি আৰু তালুখন চালে, কপালখন আৰু সেঁওতাটো বৰ উকা যেন লাগিল। তেওঁৰ মনত লাগিল যেন এই বহল কপালখনত আৰু এই সেঁওতাটোৰ মাজত অকণ অকণ ৰঙা সেন্দূৰৰ ৰং লাগি থকা হ'লে তেওঁক আৰু ধুনীয়া দেখালেহেঁতেন।

ঝৰ্ণা দেৱীৰ বৰ গৰম লাগিল, পাতল বগা শাৰীখন তেওঁ গাৰপৰা খহাই পেলালে আৰু পাতল বগা ব্লাউজটোও সোলোকাই পেলালে।

তেওঁ নিজৰ গাটোলৈ বৰ ভালকৈ চালে। যিদিনাৰপৰা নিজৰ গালৈ চাবলৈ শিকিছিল, সেইদিনাৰপৰা যিদৰে চাই আহিছে, তেনেকৈয়ে।

তেওঁ দেখিলে এটা ক্ষীণ, লাহী দেহা, থুঁতৰিৰ তলৰ বুকুডোখৰৰ

মাংসবোৰ শুকাই গৈ কামি-হাড়ৰ ৰেখাবোৰ স্পষ্ট হৈ পৰিছে। ডিঙিৰ ক'লা সিৰকেডালো বেছি স্পষ্ট হৈ ওলাই পৰিছে।

কোনোবা সময়ত, তেওঁ পিন্ধি যোৱা আজোখা বহল ব্ৰেচিয়াৰটো খুলি তেওঁ পেলাই দিলে। তেওঁৰ বহল, বগা বুকুখন ওলাই পৰিল। কোনো দিনে চাই থাকি আমনি নলগা তেওঁৰ মৰমৰ বুকুখনলৈ তেওঁ মনোযোগেৰে চালে।

তেওঁ যেন একো চিনিব পৰা নাই, বুজিব পৰা নাই। এখন বহল শ্যামল, সজীৱ সমতল আছিল। তাৰ কোঁহে কোঁহে আছিল প্ৰাণ-স্পন্দনৰ চঞ্চলতা। সেই প্ৰাণময়তা, সেই চঞ্চলতাই ৰূপ লৈছিল দুটা নিপোটল কেঁচা ডালিমৰ।

কিন্তু এয়া কি! সেই শ্যামল, স্নিগ্ধ সমতল এক উষ্ণ মৰুভূমিত পৰিণত হৈছে। সেই নিপোটল ডালিম দুটা কেতিয়া যেন দুটা বালিৰ টিপ্ হৈ গ'ল। আৰু সেই বালিৰ ধুনীয়া সৰু টিপ্ দুটাও তেওঁ নজনাকৈয়ে খহি খহি সমতলৰ শুকান বুকুত হেৰাই গৈছে।

তেওঁৰ চকু জলক্-তবক্ লগা যেন লাগিল। তেওঁ যেন কোনো কালে নোসোমোৱা এখন বেলেগ পৃথিৱীত সোমাইছে, য'ত কেৱল ক্ষতিৰ, কেৱল অৱক্ষয়ৰ, কেৱল বিলুপ্তিৰ কৰুণ ইতিহাস সকলোতে লিখা আছে।

এয়াতো যৌৱন নহয়, এয়া এক লুপ্ত যৌৱনৰ মৰ্ম্মন্তুদ ইতিহাস। নিৰস সমতলৰ ওপৰত চকুলোৰ ৰেখাৰ নিচিনাকৈ পৰি আছে চক্ৰাকৃতি ৰেখাৰ কৰুণ অৱশেষ, দুটা শুকাই যোৱা ডালিম, দুটা খহি যোৱা বালিৰ টিপৰ চক্ৰাকাৰ অৱশেষ। আৰু সেই চক্ৰৰেখাৰ মাজত আছে দুটা মৰম লগা সৰু ক'লা দাগ।

ঝৰ্ণা দেৱীৰ ডিঙি-মুখ শুকাই যোৱা যেন লাগিল। তেওঁ একো চিনিব পৰা নাই। এই মৰুভূমি নে বলুকা, এই চক্ৰৰেখা, এই ক'লা দাগ—এয়া এক প্ৰাচুৰ্য্যৰ কৰুণ ভগ্নাৱশেষ।

ভয়ে ভয়ে ঝৰ্ণা দেৱীয়ে তেওঁৰ হাতখনেৰে নিজৰ বুকুখন চুই

চালে। তেওঁৰ গা শিয়ৰি উঠিল। তেওঁ নজনাকৈয়ে তেওঁৰ যৌৱনৰ অমৃত-ভাণ্ড শুকাই জহি শেষ হৈ গৈছে।

ঝৰ্ণা দেৱীৰ বুকুৰ মাজৰপৰা এটা গভীৰ তপত নিঃশ্বাস ওলাই আহিল। তেওঁৰ সন্মুখত আৰ্চীৰ ভিতৰত থিয় দি থকা বুঢ়ী মানুহজনীলৈ আকৌ চকু তুলি চাবলৈ তেওঁৰ ভয় লাগিল। শুকান বুকুখন দুয়ো হাতে হেঁচা মাৰি ধৰি ঝৰ্ণা দেৱী আৰ্চীখনৰ কাষৰপৰা আঁতৰি আহিল আৰু বিচনাখনত তললৈ পেট পেলাই পৰি গাঁৰুত মুখ গুঁজি দিলে। তেওঁৰ দুয়ো চকুৰপৰা জৰ্ জৰ্ কৰে তপত লোতক দুধাৰ বাগৰি আহিল।

ঝৰ্ণা দেৱীয়ে বুকু ভাঙি অহা কান্দোনখিনি আৰু বৈ অহা চকুপানীখিনিক বাধা দিব নোৱাৰিলে। বাধা দিবৰ চেষ্টাও নকৰিলে। ●

॥ ছুয় নম্বৰ প্ৰশ্নৰ উত্তৰ ॥

১ম প্ৰশ্ন—কবিতা কাক বোলে ? অসমীয়া আধুনিক কবিতাৰ বিষয়ে কি জানা লিখা।

২য় প্ৰশ্ন—সাহিত্য বুলিলে কি বুজা ?···

৩য় প্ৰশ্ন···

৪ৰ্থ প্ৰশ্ন···

৫ম প্ৰশ্ন···

৬ষ্ঠ প্ৰশ্ন—ৰচনা। তলৰ যেই কোনো এটা বিষয়ৰ এখন ৰচনা লিখা—

(ক) অভাৱেই আৱিষ্কাৰৰ মূল।

(খ) তোমাৰ জীৱনৰ লক্ষ্য।

(গ) কলেজত তোমাৰ প্ৰথম দিন।

হৰিহৰে প্ৰশ্ন-কাকতখন দুবাৰ ভালকৈ পঢ়ি চালে। এইটোৱেই কলেজত দিয়া তাৰ প্ৰথম পৰীক্ষা—প্ৰথম টাৰ্মিন্তাল। সকলো পৰীক্ষাৰ্থীৰে প্ৰথমতে প্ৰশ্ন-কাকতখন পাওঁতে প্ৰশ্নবোৰ দুবুজা যেন লাগে। হৰিহৰৰো প্ৰথমতে অলপ তেনে যেন লাগিল। সি আকৌ ভালকৈ প্ৰশ্নবোৰৰ ওপৰত চকু ফুৰালে। প্ৰশ্নবোৰ ক্ৰমে তাৰ সহজ যেন লাগি আহিল। ক'চ্ বেছি পঢ়া হোৱা নাই। গতিকে সাধাৰণ প্ৰশ্ন দিয়া হৈছে। হৰিহৰে প্ৰশ্ন-কাকতখন বৰ টান যেন নাপালে।

হৰিহৰৰ এবাৰ কথা মনত পৰিল, অধ্যাপকে কোৱা কথা। যিটো প্ৰশ্নৰ উত্তৰ ভালকৈ জনা থাকে, সেই প্ৰশ্নটোকে প্ৰথমতে লিখিবলৈ ল'ব লাগে।

হৰিহৰে চিন্তা কৰি চালে। কোনটো প্ৰশ্নৰ উত্তৰ লিখা তাৰ

কাৰণে আটাইতকৈ সহজ হ'ব। সি অনুভৱ কৰিলে যে ছ'টা প্ৰশ্নৰ ভিতৰত তাৰ কাৰণে ষষ্ঠ প্ৰশ্নটোৱেই সহজ হ'ব। ৰচনা সি লিখিব পাৰিব। আৰু তিনিখন ৰচনাৰ ভিতৰত তৃতীয়খন লিখাই তাৰ কাৰণে অধিক সহজ হ'ব—সি ভাবিলে। 'কলেজত তোমাৰ প্ৰথম দিন'। এৰা, সেই দিনটোৰ বহুত কথা—প্ৰায় সকলো কথা তাৰ মনত আছে। ৰচনাখন সি ভালকৈয়ে লিখিব পাৰিব যেন অনুভৱ কৰিলে।

বৈ থাকিবৰ সময় নাই। তিনি ঘণ্টাৰ ভিতৰত ছ'টা প্ৰশ্নৰ উত্তৰ লিখিব লাগিব। আটাইকেইটা নোৱাৰিলেও অন্ততঃ চাৰিটা প্ৰশ্নতো অ্যাটেম্প্‌ট্‌ কৰিব লাগিব।

অকণমান ভাবি লৈ হৰিহৰে ষষ্ঠ প্ৰশ্নৰ উত্তৰ লিখিবলৈ আৰম্ভ কৰিলে।

"কলেজত মোৰ প্ৰথম দিন।"

মই কলেজলৈ আহিবৰ তিনি মাহ হ'ল। জুলাই মাহৰ ২৭ তাৰিখে মই কলেজত নাম লগাইছিলোঁ। সেইটোৱেই আছিল কলা-বিভাগৰ ছাত্ৰৰ কলেজত নাম লগোৱাৰ শেষ তাৰিখ। অন্যান্য প্ৰায় সকলো ছাত্ৰই অৱশ্যে মোতকৈ আগতে নাম লগাইছিল। মই শেষত আহি নাম লগাইছিলোঁ।

কাৰণ—

তাৰ আগতে মই কলেজত নাম লগাব নোৱাৰিলোঁ।

মোৰ ভাই তিনিটা আৰু ভনী দুজনী। আমাৰ ঘৰ গাঁৱত। দেউতাই খেতি কৰে—লোকৰ মাটিত। আমাৰ নিজা মাটি মুঠেই তিনি কঠা। আমাৰ থকা-ঘৰটো আমাৰ নিজা মাটিৰ ওপৰতে আছে। খেতিৰ মাটি নাই। লোকৰ মাটিত খেতি কৰি যি ধান পায়, তাৰে আমাক চাৰি মাহ খাবলৈ জোৰে। তাৰ পিছত বাকী আঠ মাহ বৰ কষ্ট হয়—বৰ কষ্ট। আহিন-কাতিমহীয়া আমি দিনটো এসাজ হে কোনোমতে খাবলৈ পাওঁ। কেতিয়াবা তাকো

যোগাৰ নহয়। বৌটিয়েও লোকৰ মাটিত বোৱা-তোলা কৰি দিয়ে। বৌটিৰ চুলিবোৰ বৰ পকিছে। মানুহে বৌটিক দেখিলে বুঢ়ী মানুহ বুলি হে ভাবে।

মই দ্বিতীয় বিভাগত হে মেট্ৰিক পাচ্ কৰিলোঁ। প্ৰথম বিভাগত পাচ্ কৰিম বুলি ময়ো ভাবিছিলোঁ, মোৰ শিক্ষকসকলেও আশা কৰিছিল। নোৱাৰিলোঁ।

কাৰণ—

পৰীক্ষাৰ কাৰণে পঢ়া ভাল নহ'ল। বৌটিৰ মোৰ পৰীক্ষাৰ সময়তে টান বেমাৰ হ'ল। সুবিধাজনক চিকিৎসাৰ কাৰণে কোনো ব্যৱস্থা কৰিব পৰা নগ'ল, অসমীয়া চিকিৎসা কৰিলে। চাবি মাহ ভুগিলে—নমৰিল। মৰা হ'লে আমাৰ আৰু অসুবিধা হ'লহেঁতেন।

বৌটিৰ শুশ্ৰূষাত লাগি থাকি মই পঢ়িব নোৱাৰিলোঁ। তাৰ উপৰি—মোৰ কিতাপ নাছিল। আৰ-তাৰপৰা এদিন-দুদিনৰ কাৰণে খুজি আনি কোনোমতে পঢ়িছিলোঁ। বেছি ৰাতিলৈ পঢ়িবৰো উপায় নাছিল। বেছি ৰাতিলৈ চাকি জ্বলাই পঢ়িবৰ কাৰণে তেলৰ যোগাৰ নাছিল। আৰু নাছিল ভাত। বৌটিৰ ঔষধ-পাতিৰ কাৰণে অন্য উপায় কৰিব নোৱাৰি, ধানকে বেচি দিছিল। আৰু বেচিবলৈ একোৱেই নাছিল। ঘৰখনৰ ভিতৰত আমি মানুহকেটাৰ বাহিৰে আৰু একো নাছিল। আজি-কালি মানুহ কোনেও নিকিনে। কিন্তু মই ভাবোঁ যে মানুহ বেচা-কিনা কৰা প্ৰথাটো আজি-কালিও চলি থকা বেয়া নাছিল, তেতিয়া হ'লে আমাৰ মুখৰ ধানমুঠি বেচি নিদি হয়তো মোকে বা মোৰ ভাই এটাকে দেউতাই বেচি দিব পাৰিলেহেঁতেন। আৰু তাৰে বৌটিৰ চিকিৎসা কৰিব পাৰিলেহেঁতেন।

মই মেট্ৰিক পাচ নকৰা হ'লেই ভাল আছিল। পাচ কৰাৰ পিছত সকলোৱে ক'বলৈ ধৰিলে মই আৰু পঢ়িব লাগে, কলেজত নাম লগাব লাগে। ময়ো বহুদিনৰপৰা দেখি অহা সপোনটো আকৌ এবাৰ নতুনকৈ দেখিলোঁ।

ঘৰৰ অৱস্থা দেখি কলেজত পঢ়িবলৈ গ'লে গাঁৱৰপৰা আঁতৰি থাকিব লাগিব, ভাল নহ'লেও ছুই-তিনিসাজ কাপোৰ লাগিব, জোতাও লাগিব, ফীজো দিব লাগিব। দেখা কথা, এইবোৰৰ যোগাৰ দেউতাই কোনোমতে কৰিব নোৱাৰে। গাঁৱত থকা সম্পৰ্কীয় মানুহবোৰো সকলো আমাৰে নিচিনা—ছখীয়া, মোক পঢ়িবলৈ সহায় কৰা দূৰৰ কথা—নিজেই চলিব নোৱাৰে। তথাপি তেওঁলোকেও মোক পঢ়িবৰ কাৰণে উদগনি দিয়ে। মই আশা-নিৰাশাৰ মাজত বিমোৰত পৰিছিলোঁ—কি কৰিম, বিশেষ চিন্তা নকৰি, খেতি কৰাত ধৰিলোঁ। লোকৰ মাটিত হ'লেও হাল-কোৰ বাই এমুঠি আৰ্জ্জন নকৰিলে আমি খাম কি? পঢ়া হয় যদি হ'ব, নহ'লে নাই। খেতিৰ বৰ্তৰতো বৈ নাথাকে।

মেট্ৰিক পাচ কৰি, কান্ধত নাঙল লৈ লোকৰ পথাৰত হাল ধৰিবলৈ যোৱা দেখি দেউতাই বেয়া পাইছিল, অৱশ্যে মুখ খুলি একো ক'বও নোৱাৰিছিল। মোৰ নিজৰো মনে মনে বেয়া লাগিছিল। কিন্তু দৰিদ্ৰৰ ভাল লগা, বেয়া লগাৰ কোনো অৰ্থ নাই! জীৱন-সংগ্ৰাম কৰিবই লাগিব, গতিকে অইন সহপাঠী যেতিয়া কলেজলৈ যাবলৈ প্ৰস্তুত হৈছিল, তেতিয়া মই যাত্ৰা কৰিছিলোঁ লোকৰ পথাৰত হাল বাবলৈ।

জুলাই মাহৰ ২১ তাৰিখে পথাৰৰপৰা আহি ঘৰ সোমাইছোঁহি। বৰ টান ৰ'দ আছিল সেইদিনা। শাওণ মাহ; ৰ'দে মুখলৈ নাচায়। জলপান খাই, মাটিৰ ওপৰতে দুবৰি-বননিত বহি অলপ জিৰাব খুজিছিলোঁ, বৌটিয়ে ক'লেহি—"ধনৰ যোগাৰ হৈছেগৈ। তই আৰু হাল বাবগৈ নালাগে। পঢ়িবলৈ যাবলৈকে ওলা।"

প্ৰথমে বৌটিৰ কথাষাৰ মোৰ সুবুজা যেন লাগিল, পঢ়াৰ কথা প্ৰায় এৰিয়ে দিছিলোঁ। ছাত্ৰ-জীৱন শেষ হৈ গ'ল বুলিয়ে ভাবিছিলোঁ। বৌটিয়ে যেন মই বুজি-নোপোৱা কিবা সাধু এটা হে কৈছে।

মই বৌটিৰ মুখলৈ চালোঁ। বৌটিয়ে বুজিলে মই বৌটিৰ কথা বিশ্বাস কৰা নাই। কাৰণ অভাৱেই আৱিষ্কাৰৰ মূল কথাষাৰ কোনোবা ধনী মানুহৰ সৃষ্টি, দুখীয়াই কোনো দিন একো আৱিষ্কাৰ কৰা নাই, কৰিব নোৱাৰে। এটা কথা, এটা সত্য মাথোন দুখীয়াই আৱিষ্কাৰ কৰে, কৰিব পাৰে যে সি দুখীয়া, দুখ তাৰ চিৰলগৰীয়া, দুখেই তাৰ জীৱনত একমাত্ৰ সত্য কথা। কিন্তু এই আৱিষ্কাৰটো কৰি দুখীয়াৰ দুখ আৰু বেছি হে হয়। লাভ নহয়।

বৌটিক সুধিলোঁ, "টকানো ক'ৰ পালি বৌটি?"

"কৰিছোঁ যেনে তেনে যোগাৰ, পিছে জুৰিবগৈ নে নোজোৰে জানো সেইটো হে ক'ব পৰা নাই।"

বৌটিৰ মুখলৈ চালোঁ, কাণ দুখন উদি। থুৰীয়াযোৰ নাই। বেচিলে নে বন্ধক দিলে সুধিবৰ সত নগ'ল। বেচিলেও জানো কলেজত নাম লগাবলৈ লগা টকাখিনি তাৰপৰাই যোগাৰ হ'ব।

গধূলি দেখিলোঁ আমাৰ ছাগলী তিনিজনীও নাই।

"ছাগলীকিজনী দেখোন নাই, ক'লৈ গ'ল অ'?" ভনীজনীক সুধিলোঁ।

"বেচিলে নহয়—"

"কেতিয়া বেচিলে?"

"কালিয়ে বেচিলে। তিনিজনীত ২৭ টকা পালে।"

"আটাইকেজনী বেচি পেলালে কেলেই? মই সুধিলোঁ।

"নহ'লে টকাৰ যোগাৰ হ'বগৈ নেকি?" অৰ্থাৎ মোৰ নাম লগোৱা টকাৰ।

উকা ছাগলী-গড়ালটোলৈ এবাৰ চাই মই গুচি আহিলোঁ ভিতৰলৈ।

কলেজত পঢ়াটো কি নাজানো। কিন্তু পঢ়িবৰ কাৰণে কৰিবলগীয়া আয়োজন দেখি হতাশ হ'লোঁ।

অৱশ্যে মোৰ কিছু আশাও হ'ল, হয়তো নাম লগাবৰ কাৰণে টকাৰ যোগাৰ এনেকৈয়ে হ'বগৈ।

দাদাইদেউৰ ল'ৰা কণপায়েও মোক অলপ সহায় কৰি দিলে। মোৰ কিছুমান পুৰণি কিতাপ আছিল—কিছুমান নচলা পাঠ্য-পুথি আৰু কিছুমান মই স্কুলত প্ৰাইজ পোৱা কিতাপ। ক্লাচত মই প্ৰায়ে প্ৰথম হৈছিলোঁ।

সি কিতাপবোৰ টোপোলা বান্ধি টাউনলৈ লৈ গ'ল চাইকেলৰ কেৰিয়াৰত বান্ধি। তেৰ সেৰ হ'ল। ন টকা ৰূপ পালে সেইবোৰ বেচি।

অৱশেষত—মই দেখি আচৰিত হ'লোঁ—দেউতা আৰু বৌটিৰ মুখত হাঁহি বিৰিঙি উঠিল। মোৰ কলেজত নাম লগাবৰ কাৰণে লগা টকাখিনিৰ দিহা হ'লগৈ। আনকি তিনি টকা বেছি হে হ'ল। সেয়া মোৰ অহা-যোৱাত খৰচ হ'ব সন্তহতে।

অৱশ্যে এতিয়ালৈকে কোনেও ভবাই নাছিলোঁ যে নাম লগোৱাৰ পিছত কেনেকৈ চলিম—ক'ত থাকিম—ক'ত খাম। প্ৰসঙ্গটো উলিয়াবলৈকো মোৰ ভয় লাগিল। বৌটিৰ কাণৰ থুৰীয়া বেচি, গড়ালৰ ছাগলী বেচি, প্ৰাইজ পোৱা কিতাপ বেচি বৌটিহঁতৰ মুখত যি হাঁহি বিৰিঙি উঠিছে, কিজানিবা এই প্ৰশ্নবোৰ উত্থাপন কৰিলে হঠাৎ সেই হাঁহি নোহোৱা হৈ যায়। আচহুৱা চহৰৰ নতুন জীৱন। হ'ব কিবা উপায়, নিজকে সান্ত্বনা দিলোঁ। নগৰত কত মানুহে কত কি কৰি চলিছে। ময়ো কিবা এটা উপায় কৰিব নোৱাৰিম নে? নাম লগোৱা টকাকেইটাৰ যোগাৰ কৰিব পাৰি, ভৱিষ্যতৰ ওপৰত বিশ্বাস কৰিবৰ মন গ'ল।

মোৰ আগতে আমাৰ গাঁৱৰ কোনো ল'ৰাই কলেজত পঢ়িবলৈ যোৱা নাছিল। আমাৰ কাষৰ গাঁওখনৰ মাণিকে পঢ়িছে—দ্বিতীয় বাৰ্ষিকত। এদিন গৈ মাণিকৰ লগতে আলোচনা কৰিলোঁ। মাণিকে সাহস দিলে, "আগেয়ে নামটো লগাই আহাগৈ। অন্য ব্যৱস্থা লাহে-ধীৰে হৈ থাকিব।"

"কিতাপ ?"

"বৰ্ত্তমান নহ'লেও চলিব। নোটবোৰ লিখি যাবা।"

"থাকিবলৈ ?"

"কোনোবা মেচ বিচাৰিব লাগিব। মই বাক বিচাৰি দিম।"

মাণিকৰ ওচৰত কৃতজ্ঞতা অনুভৱ কৰিলোঁ।

অৱশেষত ঠিক হ'ল যে বাচে-মটৰে গৈ টকা তিনিটা খৰচ কৰি পেলোৱাতকৈ, দুদিন বা তিনি দিনৰ কাৰণে দদাইদেউৰ চাইকেলখনকে লৈ যাওঁ। বাট ১৭ মাইল, থকা ঠাইৰ দিহা নহয় মানে ঘৰৰ-পৰাই অহা-যোৱা কৰিব লাগিব, অহাই-যোৱাই ৩৪ মাইল হে হ'ব।

২৭ জুলাই। মোৰ জীৱনৰ আটাইতকৈ উল্লেখযোগ্য দিন। মই দদাইদেউৰ চাইকেলখনেৰে নগৰলৈ, কলেজলৈ যাত্ৰা কৰিম।

আগদিনা ৰাতি কাৰো শোৱা নহ'ল। পেহীদেউ আহিল, পেহীৰ জীয়েক আইধানো আহিল। বৌটি, মোৰ ভনীকেজনী সকলোৱে উখল-মাখল কৰি এথুবলি চিৰা খুন্দিলে, পিঠাও ভাজিলে, আৰু নাজানো কি কি আয়োজন কৰিলে মোৰ শুভযাত্ৰাৰ কাৰণে। হয়তো, মাজতে বৌটিয়ে আমাৰ বাপুৰ হতুৱাই কিবা পূজা-প্ৰাৰ্থনাও কৰালে।

ৰাতিয়ে কণপায়ে দদাইদেউৰ পুৰণি চাইকেলখন মচি-কাচি, বেল্ এডালেৰে কিবাবোৰ টান-ঢিলা কৰি, চাইকেলখন নিৰ্ব্বিঘ্নে কলেজ পাব পৰা কৰি থ'লে। টায়াৰ এটা ফটা আছিল। সেইটো খুলি, ভিতৰত ফটা টায়াৰ এডোখৰ সুমুৱাই দিলে। হেণ্ডেলৰ এটা মুঠিয়াৰ যোগাৰ কোনোমতে নহ'লগৈ।

মোৰ কাপোৰ-কানি পুৰা দুসাজো নহয়। চুৰিয়া দুখন অৱশ্যে, কিন্তু এখন তেনেই ফিচিকা। সীব নোৱাৰি, মাজে মাজে গাঁঠি দি লওঁ। ইমান ফটা নাই, কিন্তু বৰ ডাঠ। আৰু কামিজ মুঠেই এটা। কলাৰ ফাটিছে, ওপৰৰ জেপটোৰ ওচৰতো এডোখৰ ফাটিছে। ভনীজনীয়ে সী দিব খুঁজিছিল, কিন্তু আইধান থকাৰ কাৰণে লাজ পালে।

সমস্যা হ'ল জোতাৰ। জোতা নিপিন্ধাকৈয়ে মেট্ৰিক পাচ কৰিছিলোঁ। কিন্তু কলেজলৈকো শুদা ভৰিৰে যাবলৈ মনতে অলপ সঙ্কোচ লাগিল। ভাবিলোঁ এতিয়া ক'ত বিচাৰি যাম? এনেকৈয়ে যাম—যেয়ে যি ভাবে ভাবক।

কিন্তু ৰাতি দহমান বজাত দেউতাই ফটাকানি এখনেৰে বন্ধা এযোৰ আওপুৰণি চেণ্ডেল মোলৈ আগবঢ়াই দিলে।

"এইযোৰ ভৰিত খাব নে চাচোন—"

মই এবাৰ দেউতাৰ মুখলৈ, আৰু এবাৰ চেণ্ডেলযোৰলৈ চালোঁ।

"নহ'লেও হ'লহেঁতেন। এইযোৰনো কাৰ?"

"শিৰীষ ঘোষৰ।"

শিৰীষ ঘোষ আমাৰ গাঁৱৰে বঙালী দোকানী। ভৰিত সুমুৱাই চালোঁ, ডাঙৰ হয়।

ক'লোঁ, "হ'ব—ঠিকেই হৈছে।"

দেউতাই ক'লে, "নিছিঙিবি। আকৌ ঘুৰাই দিব লাগিব। তাৰো আৰু নাই।"

শোওঁতে ৰাতি দুপৰ হ'ল। কেনেকুৱা টোপনি আহিল ক'ব নোৱাৰোঁ। কিবা সপোন দেখিছিলোঁ যদিও মনত নাই।

কাহিলি পোহৰ হওঁতেই বৌটিয়ে জগাই দিলে।

দেউতাই গোহালিৰপৰা গৰুহাল মেলি কান্ধত নাঙলটো লৈ তেতিয়া চোঁতালত থিয় দিছেহি।

দেউতাই ক'লে, "তই সোনকালে যা, পলম নকৰিবি, পইচাকেইটা ভালকৈ নিবি। আকৌ ঘুৰি আহিবিগৈ নহয়?"

"পাৰিলে আহিমগৈ।"

"এৰা, পাৰিলে আহিবিগৈ। নহ'লে আমাৰ চিন্তা লাগি থাকিব। মই যাওঁ, কণ ঠাকুৰৰ মাটিকেডৰা বোকা দিব লাগে।" দেউতাই ক'লে।

চিৰা-পিঠাৰ টোপোলাটো চাইকেলত ওলোমাই বান্ধি দিলে ভনীজনীয়ে। জলপান দিছিল—খাব নোৱাৰিলোঁ, মুখত দিলোঁ মাত্ৰ।

তামোল এখন মুখত ভৰাই চোঁতাললৈ আহিলোঁ। দেখিলোঁ কান্ধত নাঙলটো লৈ দেউতা থিয় দি আছে—বৌটিয়ে ফটা ছাতিটো আনি দিলে, কণপায়ে চাইকেলৰ পাম্পটো আনি দিলে, লগতে অকণমান ফটাকানি—কনেক্‌চন্‌ডাল নাই। ফটাকানিটুকুৰা জেপত ভৰাই ল'লোঁ। পেহীয়ে তামোল দুখন দিলে। আইধানে মোলৈ চাই আনন্দ-বিস্ময় মিহলি হাঁহি মাৰিলে।

চোলাৰ জেপত টকাখিনি পিটিকি চালোঁ—আছে। ইমানখিনি টকা জীৱনত মই এয়ে প্ৰথম ল'বলৈ পাইছোঁ।

সকলোকে মাত লগাই ওলাই আহি পদূলি-মুৰ পালোঁহি। সকলো মোৰ পাছে পাছে আহিল।

বৌটিয়ে ক'লে, "ৰ'দ দিলে ছাতিটো মেলি ল'বি। আজি ৰ'দ টান হ'ব।"

দেউতাই ক'লে, "তই চিন্তা নকৰিবি। নামটো লগাই ল। পিছত কিবা দিহা কৰিম।"

সৰু ভনীজনীয়ে ওচৰলৈ আহি ক'লে, "ককাইদেউ, মোলৈ পেন্সিল এডাল আনিবি। মোৰ পেন্সিল নায়েই নহয়।"

যাত্ৰা আৰম্ভ কৰিলোঁ।

চাইকেলৰ চেডোলখন বৰ টান। কিন্তু তাতোকৈ টান কথা হ'ল—চাইকেলৰ আগ-চকাটো, প্ৰায় ডেৰ মাইল-দুমাইল যোৱাৰ পিছতে তাৰ পম্ নোহোৱা হয়। নামি বাটৰ কাষৰ গছ এজোপাত আওজাই আকৌ পম্ দি লওঁ। মাজে মাজে বাটৰ কাষত চাইকেল মেৰামতিৰ দোকান দেখা পাইছিলোঁ। কিন্তু বৈ টিউবৰ ফুটা মৰাই ল'লে বহুত সময় ল'ব। আৰু পইচাও খৰচ হ'ব। খৰচ কৰিবলৈ সময় আৰু পইচা দুয়োটাৰে মোৰ অভাৱ।

প্ৰায় ৪ ঘণ্টাৰ মূৰত মই নগৰ সোমালোঁহি। বৰ টান ৰ'দ ওলাইছিল। ঘামি মোৰ চোলা-কাপোৰ তিতি গৈছিল। ভাগৰো লাগিছিল। কলেজলৈ আধা-মাইলমান থাকোঁতেই চাইকেলৰপৰা নামিলোঁ। ৰুমালখনেৰে মুখ-হাতবোৰ মচি ল'লোঁ। অলপ জিৰালোঁও। ভোক লগা যেন লাগিছিল। কিন্তু ক'ৰবাত বহি লৈ জলপান খাবৰ সুবিধাৰ ঠাই নেদেখিলোঁ। তেতিয়া হেজাৰ-বিজাৰ মানুহ নগৰমুৱা হৈছে। ঠিক কৰিলোঁ আগেয়ে কলেজলৈ গৈ নামটো লগাই লওঁগৈ, তাৰ পিছত সময়-সুবিধা হ'লে কিবা এটা খাম।

আগ-চকাটোত শেষবাৰৰ কাৰণে পম্ দি পুনৰ চাইকেলত উঠিলোঁ। বৰ দেৰি হোৱা নাই, স্কুল-কলেজৰ ল'ৰা-ছোৱালীবোৰে আলিবাট ভৰি গৈছে। মই চাইকেল লাহে লাহে চলাব ধৰিলোঁ।

অৱশেষত—

অৱশেষত আহি কলেজৰ গেট পালোঁহি। চাইকেলৰপৰা নামিলোঁ, হাতৰ তলুৱাৰেই মুখখন এবাৰ মচি ল'লোঁ। মোলৈ কোনোৱে চোৱা নাই, কথাষাৰ অনুমান কৰি মোৰ স্বস্তি লাগিল। অলপ চুচুক-চামাক কৰি, চাইকেলখন থৈ মুই কলেজৰ অফিচলৈ সোমাই গ'লোঁ।

"ইমান দিন কি কৰিছিলা ?" অলপ কঠিন মাতেৰেই কেৰাণীজনে ক'লে, আৰু পূৰা কৰিবৰ কাৰণে ফৰ্ম্ এখন আগবঢ়াই দিলে। মই ইফালে-সিফালে চালোঁ—কোনোবা চিনাকি ল'ৰা দেখা পাওঁ নেকি।

অফিচৰ প্ৰায় সকলোৱে মোৰ ফালে বৰ কৌতূহলেৰে চোৱা যেন লাগিল। মই ঘামিবলৈ ধৰিলোঁ। কাণ-মূৰ ৰঙা পৰি আহিল, মই নাৰ্ভাচ্ হোৱা যেন অনুভৱ কৰিলোঁ।

অৱশেষত তেওঁলোকেই ফৰ্ম্খন পূৰা কৰাত সহায় কৰি দিলে। টকা দিলোঁ, এখন ৰচিদ দিলে। আজিৰপৰা মই এই কলেজৰ ছাত্ৰ হ'লোঁ।

অফিচৰপৰা ওলাই আহি মই একাষৰীয়া হৈ ৰ'লোঁ। ল'ৰা-ছোৱালীবোৰ হাঁহি-মাতি ক্লাচলৈ গৈছে। ক্লাচৰপৰা আহিছে—যেন কিবা উৎসৱ হে হৈছে।

মই একাষে থিয় দি আছোঁ। ভাগৰ লাগিছে, ভোক লাগিছে, নাৰ্ভাচ্ অনুভৱ কৰিছোঁ। কিন্তু মোৰ ফালে কোনোৱে চোৱা নাই। মোৰ কাৰণে জীৱনৰ যিটো আটাইতকৈ ডাঙৰ কথা, অন্যৰ কাৰণে সি কোনো কথাই নহয়। মই হতাশ অনুভৱ কৰিলোঁ, বৰ নিৰুৎসাহিত যেন লাগিল।

ছোৱালীবোৰৰ মুখত উচ্ছল হাঁহি। যেন বিয়া হৈছে, কিবা উৎসৱ হৈছে, ডেকা-গাভৰুবোৰে তাৰ কাৰণে যেন সাজি-কাচি যাবলৈ আহিছে। মোৰ এটা অকাৰণ সঙ্কোচ লাগিল—যেন এওঁলোকৰ লগত মোৰ ঠাই নহয়। মই অনুভৱ কৰিলোঁ যেন' ইমানবোৰ ল'ৰাৰ মাজত মোৰ নিচিনা দৰিদ্ৰ, মোৰ নিচিনা দুৰ্ভগীয়া কোনো নাই। মই যেন এই উৎসৱত যোগ দিবলৈ অহাটো অশোভনীয় হৈছে।

ল'ৰা-ছোৱালীবোৰৰ পাছে পাছে গৈ এটা ক্লাচত সোমালোঁগৈ। সেইটো কোন ইয়েৰৰ্ কি ক্লাচ একো ক'ব নোৱাৰোঁ। কাৰোবাক সুধিবলৈকো সঙ্কোচ লাগিছিল। মই ক্লাচ চিনি নাপাওঁ বুলি জানিলে ল'ৰাবোৰে মোক কি ভাবিব!

পাছফালৰ এখন বেঞ্চত মনে মনে বহি থাকিলোঁ। মোৰ লগত বহা ল'ৰাজনে এবাৰ মোৰ ফালে কেৰাহিকৈ চাই আকৌ আগলৈ চালে। ময়ো চালোঁ।

হাতত এখন বহী লৈ এজন আদহীয়া মানুহ ক্লাচলৈ সোমাই আহিল। ল'ৰা-ছোৱালীবোৰ সকলো থিয় হ'ল, লগে লগে ময়ো থিয় হ'লোঁ। বুজিলোঁ এখেতেই প্ৰফেচাৰ।

মই প্ৰফেচাৰৰ মুখলৈ চাই ৰ'লোঁ। চুলিবোৰ চুটিকৈ কটা—আধা-আধি পকা, চুলিত তেল পৰা নাই, ভালকৈ ফণিওৱাও নাই।

মুখত তিনি-চাৰি দিন নকটা আধা-পকা ডাড়ি। তেওঁৰ চকুত এযোৰ চচমা।

তেওঁ এটা পুৰণি কুৰ্ত্তা পিন্ধিছে—কান্ধৰ ওচৰত ফটা—কলাৰো ফটা আৰু মলিয়ন। মোৰ মনত লাগিল—মানুহজন যেন মোতকৈও বেছি ক্লান্ত—মোতকৈও বেছি দৰিদ্ৰ। তেওঁক দেখি মোৰ সাহস হ'ল, মানুহজনৰ প্ৰতি ভক্তি হ'ল। হঠাৎ মোৰ চকুত পৰিল তেওঁ পিন্ধি থকা চেণ্ডেলযোৰ মই পিন্ধি অহা শিৰীষ ঘোষৰ যোৰতকৈও পুৰণি।

তেওঁ হাজিৰা কৰিলে, কিবা-কিবি বক্তৃতা দিলে—মই একো বুজি নাপালোঁ। মই কিন্তু অনুভৱ কৰিলোঁ যেন ক্লাচটোত আৰু কোনো নাই। মুখা-মুখিকৈ বহি আছোঁ মই আৰু সেই আদহীয়া প্ৰফেচাৰজন। আমাৰ মাজত যেন বহুদিনৰ এটা আত্মীয়তা আছে। মই নোকোৱাকৈয়ে যেন তেওঁ মোক সকলো কথা জানি গৈছে, মোৰ দুৰৱস্থাৰ কথা, মোৰ ভোক লগাৰ কথা, ভাগৰ লগাৰ কথা, মোৰ সকলো কথা।

ক্লাচ শেষ হ'ল, অন্তৰ লগতে ময়ো ওলাই আহিলোঁ। এইবাৰ অনুভৱ কৰিলোঁ যেন ল'ৰা-ছোৱালী সকলোবোৰে মোৰ ফালে চাইছে —মোৰ ফটা কামিজটোৰ ফালে, মোৰ পুৰণি, ডাঙৰ চেণ্ডেলযোৰৰ ফালে, মোৰ ভোকত শুকান মুখখনৰ ফালে! আৰু চাই যেন সকলোৱে মুখ-টিপি হাঁহিছে। ছোৱালীবোৰে যেন মোক লৈ কিবা গোপন উপহাস কৰিছে। আকৌ মোৰ কাণ-মূৰ গৰম হৈ উঠিল। মোৰ বৰ জোৰেৰে চিঞৰি দিবৰ মন গ'ল।

লাহে লাহে মই চাইকেলখনৰ কাষ চাপিলোঁ। দেখিলোঁ আগ-চকাটোৰ পম্ গৈ শেষ হৈছে। বিৰক্তি লাগিল, ল'ৰা-ছোৱালীবোৰৰ আগতে চাইকেলত পম্ দিবলৈ লাজো লাগিল।

অলপ পৰ ৰ'লোঁ। আকৌ ল'ৰা-ছোৱালীবোৰ ক্লাচলৈ গ'ল। অলপ পাছত যেন দেখি, মই বেগাবেগিকৈ চাইকেলখন ঠেলি কলেজ-কম্পাউণ্ডৰপৰা বাহিৰ ওলাই আহিলোঁ।

কিছুদূৰ আহি গছ এজোপাত চাইকেলখন আওজাই লৈ পম্ দিলোঁ। হঠাৎ সমুখলৈ চাই দেখিলোঁ এটা মানুহে কেইজনীমান ছাগলী ভিডিভ ৰছী লগাই টানি আনিছে। তাৰ হাতত এডাল এছাৰি।

মোৰ বুকুখন বিষাই উঠিল। এইকেজনী যেন আমাৰ ছাগলীকেজনী। মই আৰু সিহঁতৰ ফালে চাব নোৱাৰিলোঁ; কাৰণ ছাগলীকেজনীৰ চকুৰ অসহায় কাতৰ চাৱনিটো মোৰ অসহ্য লাগিল।

মই চাইকেলত উঠিলোঁ।

"কলেজত মোৰ প্ৰথম দিনটোৰ অভিজ্ঞতা সেয়েই।"

* * * *

এইটো প্ৰশ্ন লিখাৰ পিছত হৰিহৰে প্ৰথম প্ৰশ্নটোৰ উত্তৰ লিখিবলৈ আৰম্ভ কৰিলে, "কবিতা কাক বোলে?"

উত্তৰ হিচাপে সি লিখিলে, "কবিতা কাক বোলে মই ক'ব নোৱাৰোঁ, কাৰণ কবিতা মই পঢ়িছোঁ হে, কবিতা কি বস্তু সেই বিষয়ে জানিবৰ কোনো সুযোগ মোৰ জীৱনত কোনো দিন হোৱা নাই, কাৰণ......" ● ● ●